# নীলকণ্ঠী ব্ৰজ

মামণি ৰয়ছম গোস্বামী






ষ্টুডেণ্টচ্ ষ্ট'ৰচ্

কলেজ হোষ্টেল ৰোড

গুৱাহাটী-৭৮১০০১ · অসম

প্ৰকাশক ঃ
শ্ৰীনৰেন্দ্ৰ চন্দ্ৰ দত্ত
ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১

পৰিবেশক ঃ
ভাৰতী বুক ষ্টল
ভি. এক. ৰোড
গোলাঘাট-৭৮৫৬২১

প্ৰচ্ছদ ঃ
সুধীৰ মৈত্ৰ

নতুন সংস্কৰণ
ডিচেম্বৰ, ১৯৮৯

মূল্য ঃ ২৪·০০ টকা

মুদ্ৰক ঃ
শ্ৰীবিষ্ণুপদ পাণ্ডা
শ্ৰীহৰক
৭১, কৈলাস বোস ষ্ট্ৰীট.
কলিকতা-৭০০০০৬

## ॥ শুভেচ্ছা ॥

“তোমাৰ এই শেহতীয়া উপন্যাস “নীলকণ্ঠী ব্রজৰ” বাবে তোমাক আন্তৰিক অভিনন্দন জনাইছো। তোমাৰ সূক্ষ্ম পৰ্যবেক্ষণ, গভীৰ অনুভূতি আৰু সংযত বিশ্লেষণৰ মাজেদি তোমাৰ সৃষ্টি ক্ষমতাৰ দক্ষতা প্রতিষ্ঠিত হৈছে। যি সামগ্রিক কাৰুণ্যই কাহিনীটোক আৱৰি আছে তাত আবহকালৰ এক গভীৰ বেদনাৰ আভাস প্রচ্ছন্নভাৱে হলেও মূৰ্তিমান হৈ উঠিছে। ধৰ্মক্ষেত্ৰ বিশেষৰ বুকুত ট্ৰেডিচন, সংস্কাৰ আৰু জীৱনৰ স্বাভাৱিক আশা অভিলাষৰ যি দ্বন্দ্ব তুমি ফুটাই তুলিছা সেইয়া গভীৰ মননশীলতা আৰু মানৱীয় সহানুভূতি অবিহনে সম্ভৱ নহয়। সঁচাকৈয়ে তোমাৰ এই উপন্যাসখনি আমাৰ কথা সাহিত্যলৈ তোমাৰ এক মূল্যবান বৰঙণি।”

—সৈয়দ আব্দুল মালিক

সুদীৰ্ঘকাল বৃন্দাবনবাস কৰি পোৱা অভিজ্ঞতাৰে উপন্যাসখন ৰচনা কৰা হৈছে। বৃন্দাবনত এতিয়াও বাস কৰা দুই এজন লোকৰ বাস্তব জীৱনৰ দুই এটা টুকুৰাক অৱলম্বন ৰূপে লৈ উপন্যাসখনৰ কোনো কোনো চৰিত্ৰ গঢ়ি তোলা হৈছে যদিও সৰহভাগ চৰিত্ৰই কল্পনাৰ ওপৰত প্ৰতিষ্ঠিত।

গোপীনাথ বজাৰৰ গলিত থিয় হ'লে এতিয়াও ঠাকুৰ চাহাবৰ পদশব্দ শুনা যাব। দুই এটি অনুষ্ঠান আৰু কাহিনী সম্পৰ্কে কৰা বৰ্ণনা কিছুমান ব্ৰজবাসী ৰাধেশ্যামীৰ মুখত শুনা কথা।

বৃন্দাবনৰ অলিয়ে-গলিয়ে ঘূৰি-ফুৰি তথ্য সংগ্ৰহ কৰা কামত শ্ৰীমতী লেখাকৰে কৰা সহযোগিতাৰ বাবে তেওঁৰ ওচৰত কৃতজ্ঞ থাকিলো।

—আমণি বয়চম্ৰ গোস্বামী

## ॥ এক ॥

মথুৰা ছাউনীত ট্ৰেইনৰ পৰা বেছি মানুহ নমা নাছিল। সৰহ-ভাগেই হয়তো জংশ্যনত নামিবগৈ। তথাপিও সাধু সন্ন্যাসীৰ ভিৰ আৰু ভাবাক্ৰান্ত দূৰ ভ্ৰমণকাৰীৰ চিঞৰ-বাখৰ এই সকলোবোৰে এই মথুৰা ছাউনীতো বেচ এক উত্তপ্ত পৰিবেশৰ সৃষ্টি কৰিলে। সক সুৰা সমদল এটিয়েও যাত্ৰীৰ গোন্ধ লৈ ঘূৰা দেখা গ'ল।

ডাক্তৰ ৰায়চৌধুৰীৰ পৰিয়ালটো এই মথুৰা ছাউনীত নামি পৰিল। শেষ বয়সত ব্ৰজবাস কৰা ৰায়চৌধুৰীৰ বহুদিনৰ আকাঙ্ক্ষা। তেওঁৰ স্ত্ৰী অনুপমা দেৱীৰো এই একেই আশা আছিল। এই শেষ বয়স কেইটি শান্তিৰে কটাম বুলি তেওঁলোকে আশা কৰিছিল, কিন্তু শেষ বয়সত তেওঁলোকে কেইটামান মাৰাত্মক আঘাত সহ্য কৰিবলগীয়া হ'ল। তেওঁলোকৰ একমাত্ৰ জীয়ৰী সৌদামিনী অকালতে বিধৱা হ'বলগীয়া হ'ল অকল এয়ে নহয়, এই কোমল বয়সীয়া ছোৱালীটিয়ে বিধৱা হোৱাৰ পাচত এটি খ্ৰীষ্টান যুৱকৰ লৈতে মিলা-প্ৰীতিৰ আয়োজন আৰম্ভ কৰিলে। গোড়া মতাৱলম্বী আৰু ধৰ্মভাক ৰায়চৌধুৰীৰ পৰিয়ালত এয়া এক অবিশ্বাস্য কাহিনী! যুৱতী অৱস্থাত অনুপমা এবাৰ যক্ষ্মা ৰোগত আক্ৰান্ত হৈছিল। তেতিয়াৰ পৰা তেওঁৰ স্বাস্থ্য দুৰ্বল হৈ পৰিছিল। এই দুৰ্ঘটনাৰ পাচত তেওঁ আৰু দুৰ্বল হৈ পৰিল। ডাক্তৰ ৰায়চৌধুৰীৰ আজোককাকৰ বৃন্দাবনত এখন চিকিৎসালয় আছিল। ভগ্নপ্ৰায় এই চিকিৎসালয়টিক জীয়াই থকা দিন কেইটা সজীৱ কৰি তোলাৰ আকাঙ্ক্ষাও তেওঁৰ আছিল। তাৰ উপৰিও ৰায়চৌধুৰী আৰু তেওঁৰ পৰিবাৰৰ আটাইতকৈ ডাঙৰ আশা হৈছিল কিছুদিন ব্ৰজবাস কৰাৰ পিচত তেওঁলোকৰ এই একমাত্ৰ ছোৱালীটিৰ মনলৈ পৰিৱৰ্তন আহিব আৰু তাই বাস্তৱৰ লৈতে মুখামুখি হ'ব পাৰিব।

তেওঁলোকৰ পুৰণি চিনাকি পাণ্ডা গৌতমক আগবাঢ়ি অহা দেখা গ'ল। ৰায়চৌধুৰীৰ পৰিয়ালক লক্ষ্য কৰি তেওঁ মুৰদোৱাই ক'লে:

আপোনালোক টাঙ্গাত বহকগৈ—ছুন্নাৰ মুখত টাঙ্গা সাজু হৈ আছে—মাল-বস্তুৰ ব্যৱস্থা মই কৰিম।

এটা সময়ত মাল-বস্তুবোৰ টাঙ্গাত তোলা হ'ল। সৌদামিনীয়ে লক্ষ্য কৰিলে ঘোঁৰাটো মজবুত। মাল-বস্তু আৰু মানুহৰ ভৰত সি অলপো কেট-কুট কৰা নাই। সৌদামিনীয়ে চাৰিওফালে অসংখ্য টাঙ্গা দেখা পালে। এয়া ঝুলনৰ সময়। টাঙ্গা আৰু ঘোঁৰাক চকুত লগাকৈ 'শৃঙ্গাৰ' কৰি থোৱা হৈছে। ঘোঁৰাবোৰৰ ডিঙিত তুলসী আৰু কড়িৰ মালা, মূৰত ময়ুৰ পাখিৰ শিৰস্ত্ৰাণ।

গৌতম পাণ্ডা টাঙ্গাৰ পিচে পিচে চাইকেল লৈ আগবাঢ়ি গ'ল। বাজআলি পোৱাৰ লগে লগে আৰু কেইবাখনো টাঙ্গাৰ মাজত ৰায়-চৌধুৰীহঁতৰ টাঙ্গাখনো সোমাই পৰিল। মথুৰা এৰি বৃন্দাবনৰ পিনে চাপলি মেলাৰ লগে লগে ঘোঁৰাৰ খট্ খট্ শব্দই যেন এক সঙ্গীতৰহে সৃষ্টি কৰিলে। সৌদামিনীহঁতৰ পিচে পিচে অহা টাঙ্গাখনৰ কাষে কাষে এটি মানুহ চাইকেল লৈ আহিছিল। তাৰ উদাত্ত কণ্ঠ সৌদামিনীৰ কাণত পৰিল।

ছহেজাৰ বছৰ আগেয়ে গজনীৰ মাহমুদ আহিছিল এক লক্ষ অশ্বাৰোহী সৈন্য লৈ। ঘোঁৰাৰ খুৰাৰ ধূলিয়ে সেইদিনাও মথুৰাক ঢাকি ধৰিছিল। ছদিন ধৰি চলিছিল সেই ধ্বংসলীলা।

"আলিৰ দুয়ো কাষে থকা হাবি দুখন চাওক।"

সৌদামিনীয়েও দুয়ো কাষে চালে। ধূলিৰে ধূসৰিত কাঁইটীয়া জোপোহা আৰু কাবুলী বমনাৰ জোপোহাৰে ভৰি থকা হাবি এখন। কাবুলী বমনাৰ ঠানিবোৰ মাছৰ কাঁইটৰ দৰে ঠৰঙা আৰু ইয়াৰ বেঙুনীয়া ফুলবোৰ কোনোবাই গছত গুজি থোৱাৰ দৰে দেখা গৈছে। মাজে মাজে দুই এটা ময়ুৰে চালি ধৰি থকা দেখা গৈছে।

আকৌ মানুহজনৰ কণ্ঠ শুনা গ'ল : আৰু ভিতৰলৈ চাওকচোন—কদম, নিম আৰু কাবুলী বমনাৰ জোপোহাৰ ফাঁকে ফাঁকে আপোনা-লোকে আৰু এখন ৰহস্যময় হাবি দেখা পাব। এসময়ত সন্ন্যাসী

আৰু তত্ত্বৰ তেজৰ ছিটিকনিত ৰেতিয়া মন্দিৰৰ প্ৰাঙ্গণ ৰঙা হৈ পৰিছিল সেই সময়ত কৃষ্ণসাৰ আৰু কুকুৰনেচীয়াৰ জাক একোটাই দিন দুপৰতে এইবোৰ হাবিত ঘূৰা-ফুৰা কৰিছিল। গজনীৰ মাহমুদৰ চাবুকৰ কোৰ খাই ব্ৰজধামৰ ভক্তই এই—এইখন হাবিতেই এদিন আশ্ৰয় লৈছিলহি।

মানুহজনে কথা ক'ব জানিছিল। কথা কোৱাৰ উদাত্ত ভঙ্গীটিয়ে সকলোকে আকৰ্ষণ কৰিছিল। সৌদামিনীকো আকৰ্ষণ কৰিছিল। কিন্তু ইতিমধ্যে পিচৰ টাঙ্গাৰ ভজনজীয়া ঘোৰাটোৱে সৌদামিনীৰ টাঙ্গাক চেৰ পেলাই আগবাঢ়ি গ'ল।

এয়া আগষ্ট মাহৰ বৃন্দাবন, এতিয়া ইয়াত ঝুলন, ৰাধা অষ্টমী ইত্যাদি অনেক উৎসৱৰ ভিৰ। আলিবাটত সন্ন্যাসিনী সকলৰ একোটা বিচিত্ৰ জাক দেখা গ'ল। সিহঁতৰ মুখ আৰু শৰীৰত বাধাৰাৰ্গৰ বগা ধূলিৰ বিচিত্ৰ কাৰুকাৰ্য। মুখমণ্ডলত নৈৰাশ্যৰ সামান্যতমো চিহ্ন নাই।

এইবাৰ হাবিৰ ফুয়োপিনে কিছুমান ভগ্ন প্ৰাসাদৰ স্মৃতিচিহ্ন দেখা গ'ল। কাবুলী বমনাৰ শাখা-প্ৰশাখাই সেইবোৰক মকবাজাজৰ দৰে সাবটি ধৰিছে।

আকৌ এবাৰ মানুহজনৰ কণ্ঠ সৌদামিনীৰ কাণত পৰিল: ১০১৮ খ্ৰীষ্টাব্দৰ ধ্বংসলীলাৰ কথা মুখেৰে কোৱা নাযায়। কুৰি দিন চলিছিল সেই ধ্বংসলীলা। এতিয়াও যদি এইখন হাবি খন্দা হয়, তেন্তে ভগ্ন পাষাণৰ মূৰ্তি সমূহৰ একো একোটা অঙ্গ ওলাই পৰিব। ক্ষুদ্ৰতম ৰূপৰ মূৰ্তি এটিও তেওঁ অৱশ্যে এৰি থৈ যোৱা নাছিল।

কেইবাখনো টাঙ্গাই এইবাৰ শাৰী পাতি মন্থৰ গতিৰে আগবাঢ়িব ধৰিলে। যেন পাণ্ডাৰ উদাত্ত কণ্ঠৰ মধুৰ মদিৰাহে ধীৰে ধীৰে পান কৰি সিহঁতে এই সুন্দৰ আলিটোৰে আগবাঢ়িব ধৰিলে। এই মানুহজন আছিল এক পাণ্ডাৰ সহায়ক, কথাৰ জোৰতেই মানুহক হাত কৰি লোৱাত তেওঁ আছিল সিদ্ধহস্ত। ব্ৰজৰ মানুহে তেওঁক চৰণবিহাৰী বুলি মাতিছিল।

শুনক, মাহমুদে মথুৰা লুণ্ঠন কৰিবলৈ-অহা বুলি শুনি বুলন্দৰ চহৰৰ দুৰ্বল ৰজা হৰদত্তই কি কৰিলে শুনক।

চৰণবিহাৰীয়ে এইখিনিতে কিছু সময় থমকি ৰ'ল। কাৰণ টাঙ্গা-খনৰ এগৰাকী মহিলাই এখন পাণ আগবঢ়ালে।

লম্পট হৰদত্তই ৰাজ্যৰ সমস্ত দেৱ বিগ্ৰহ যমুনাৰ পানীত দলিয়াৰ ধৰিলে। তাৰ পাচত মহা আড়ম্বৰৰ সৈতে এক কোটি টকা আৰু ত্ৰিশটা হাতী লৈ মাহমুদৰ শৰণাপন্ন হ'ল।

আনহাতে মহাবনৰ তেজস্বী মহাৰাজে যুদ্ধত পৰাজয় স্বীকাৰ কৰি নিজৰ মহিষীক···।

টাঙ্গাবোৰ ৰখোৱা হ'ল। ঘোঁৰাই পানী খাব। ৰাস্তাৰ দাঁতিতে কোনোবা দানী ভক্তই ঘোঁৰাৰ বাবে পকী চৌবাচ্চা সজাই দিছে। ডিমৰু গছৰ ছায়াই শীতল কৰি ৰাখিছে এই পৰিষ্কাৰ পানীৰ চৌবাচ্চ্যসমূহ।

টাঙ্গাবোৰে শাৰী ভাঙি এঠাইত থুপ খালে। এই সুযোগত চৰণবিহাৰী প্ৰত্যেকখন টাঙ্গাৰ ওচৰলৈ গ'ল। প্ৰত্যেকখন টাঙ্গাত অন্ততঃ এটি এটি পাণ্ডা বহি আছিল। সিহঁত খেঙখেঙাই উঠিল—

তুমি দেখোন মানুহ হাত কৰিছাই—ইয়ালৈ কিহৰ গন্ধ লবলৈ আহিছা?

বিড়ি হুপি থকা আন এটি পাণ্ডাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰি ক'লে: ব্ৰজত 'বজ্জীৰ' কথা যিমানে জানে তোমাৰ 'মুখ' আৰু 'লোভৰ' কথা তাতোকৈ বেছি মানুহে জানে।

কথাৰে টাঙ্গাৰ মানুহ জাকৰ মন আকৰ্ষণ কৰি অহা মানুহটোক এনেদৰে মুখামুখি আক্ৰমণ কৰিব পাৰি আন কেইটা পাণ্ডাই বেচ ৰস পালে। কিছুসময় ধৰি ঠাট্টা-মস্কৰা আৰু শেষলৈ গালি-গালাজো চলিল। হতাহতি মাৰধৰ ইত্যাদি যিবোৰ ইয়াত তেনেই সহজ কথা সেইবোৰ অৱশ্যে হ'বলৈ নাপালে।

টাঙ্গাৱালাই ঘোঁৰা সজাই চিঞৰিলে: সময় নাই। ঝুলন, ৰঙ্গনাথৰ 'ৰথাৰ' মেলা, ৰাধা অষ্টমী—নাই আৰু সময় নাই!!

ভক্তৰ সীমা সংখ্যা নাই। টকা আধলি আৰু সিকিয়ে এভিয়া ইয়াত ধূলিৰ দৰে খেলা কৰে। প্ৰতি টুকুৰা সময়েই ইয়াত এভিয়া যুৱতীৰ জিলমিলিয়া উত্তৰীয়ৰ দৰে মোহ লগা হৈ পৰে।

টাঙ্গাত ঘোঁৰা জোৰা হ'ল। পানী পি উঠা ঘোঁৰাবোৰৰ নাকৰ পৰা মৃদু ঘেৰঘেৰণি শুনা গ'ল। কান্ধবোৰ সিহঁতে সঘনাই জোকাৰিলে। সিহঁতক অধিক তজবজীয়া যেন দেখা গ'ল। এইবাৰ উদাত্তকণ্ঠী চৰণবিহাৰীয়ে চাইকেলত উঠাৰ আগেয়ে সকলোৰে শুনাকৈ চিঞৰিব ধৰিলে: শুনক ভক্তসকল মই এয়া হাতযোৰকৈ কৈছো—কিবা অসুবিধা হ'লে আপোনালোক মোৰ ওচৰলৈ আহিব। মোৰ নাম চৰণবিহাৰী গৌতম। আপোনালোকে য'তেই থাকিব ইচ্ছা কৰে মহেশ্বৰী কুঞ্জত, ভূত গলি, বেতিয়া বজাৰ ··

টাঙ্গাত বহি অহা পাণ্ডাৰ জাকটো এইবাৰ জাঙু্ল খাই উঠিল। তজবজীয়া ঘোঁৰাবোৰে এইবাৰ যেন লোহাৰ আলিতহে ভৰি দিলে। ঘোঁৰাৰ খুৰাৰ খট্ খট্ শব্দ আৰু ময়ুৰৰ চিঞৰৰ বাহিৰে গোটেইখন নিস্তব্ধ হৈ পৰিল।

হঠাৎ এবাৰ সৌদামিনীয়ে লক্ষ্য কৰিলে চৰণবিহাৰী এইবাৰ ঠিক তাইৰ পিচে পিচে চাইকেল চলাই আহিছে। সৌদামিনীক দেখিয়েই সি গম পালে এইটিয়েই তেওঁৰ সুবিধাৰ শ্ৰোতা হ'ব। এই চন্দ্ৰমুখী ছোৱালীটিৰ পিচে পিচে এইদৰে যোৱাটোও যেন বৰ আনন্দৰ কথা হ'ব। চৰণবিহাৰীয়ে লক্ষ্য কৰিলে সৌদামিনাৰ শিৰত সেন্দুৰ আছে নে নাই? নাই। ডিঙিৰ 'মঙ্গল সূত্ৰ'? নাই। আন এটি চিহ্ন ভৰিৰ আঙুলিৰ আঙুঠি? নাই। গাত অৱশ্যে 'থান' নাই। আজিকালি কম বয়সীয়া ছোৱালীয়ে থান নিপিন্ধে!

অনেক দিনৰ পুৰণি কথা কিছুমান মনত পৰিল তাৰ। বহুদিনৰ আগতে কুমিল্লা, ৰাজশাহী আৰু পূব দিনাজপুৰৰ পৰা এনেকুৱা কমবয়সীয়া বিধৱাৰ জাক এটা আহিছিল। সিহঁতে বহুদিন থাব পোৱা নাছিল। সিহঁতৰ মাজত চৰিত্ৰভ্ৰষ্টাও আছিল।

চৰণবিহাৰী তেতিয়া চেঙেলীয়া ডেকা আছিল। আৰু ব্ৰজৰ

অস্পষ্ট এজাকৰ লগত সি যুৰা-ফিৰা কৰিছিল। কচায়ে কাটিব নিয়াৰ আগতে লিৰিকি বিদাৰি প্ৰাণী চোৱাৰ দৰে গাৰ কাপোৰ গুচাই প্ৰত্যেকজনীকে সিহঁতে পৰীক্ষা কৰি চাইছিল। নাই, সিহঁতৰ শৰীৰৰ ক'তো দাগ নাছিল। কোমল বয়সত বিধৱা হোৱা মানুহ, যাৰ খোৱাটোৱেই ভেতিয়া প্ৰধান সমস্যা হৈ পৰিছিল।

ভগৱান কৃষ্ণৰ বিহাৰৰ ক্ষেত্ৰ 'বংশী বটৰ' তলত চৰণবিহাৰী গৌতমে পোন্ধৰ বছৰ বয়সতে এজাক কোমল বয়সীয়া তিৰোতাৰ উন্মুক্ত স্তন দেখা পাইছিল—পানী পৰা পিছল মাটিৰ দৰে সিহঁতৰ ঘৰ্মাক্ত উন্মুক্ত বক্ষ।

ছিঃ ছিঃ !!

ছিন্ন কাপোৰেৰে বান্ধি অনা বুঢ়ী এজনীৰ কটি কেইখন ধূলিৰে ধূসৰিত আলিত ছিটিকি পৰিল! বুঢ়ীয়ে আক্ষেপ কৰি আকৌ চিঞৰি উঠিল ছিঃ! ছিঃ !!

চৰণবিহাৰী গৌতমে এতিয়া ভাবে ল'ৰা-ছোৱালীৰ মাঁকি হোৱাৰ সুযোগ সিহঁতৰ ভাগ্যত হয়তো কেতিয়াও ঘটা নাছিল। নহ'লে সিহঁতৰ সেই উন্মুক্ত বক্ষৰ ক'ৰবাত হয়তো পানীৰ দাগৰ দৰে অস্পষ্ট দাগ—অৰ্থাৎ শিশুৰ ওঁঠৰ এটি অস্পষ্ট দাগ সি দেখা পালেহেঁতেন!

ধোঁৱাৰ খুৰাৰ খট্ খট্ শব্দ টাঙ্গাৰ চকাৰ ঘেৰঘেৰণি ইয়াৰ বাহিৰে আকৌ এবাৰ গোটেইখন নিস্তব্ধ হৈ পৰিল। চৰণবিহাৰী পাণ্ডাই এই নিস্তব্ধতাৰ সুযোগ গ্ৰহণ কৰিলে।

'তাৰ পিচত শুনক!' টাঙ্গাৰ মানুহবোৰে আগ্ৰহ প্ৰকাশ কৰিলে আৰু অলপো ক্লান্ত নোহোৱাকৈ চৰণবিহাৰীয়ে ক'বলৈ আৰম্ভ কৰিলে: তাৰ পাচত আহিল 'চেকেন্দৰ' লোদী। এয়া চাৰে চাৰিশ বছৰ আগৰ কথা।...এই লোদী 'চাহিবে' মথুৰাৰ সমস্ত মন্দিৰ ধ্বংস কৰি সেইবোৰ ঠাইত কচাইৰ দোকান বহুৱাই দিলে। বিগ্ৰহৰ ভগ্ন খণ্ডবোৰ মাংস ওজন কৰা 'দগা' কৰিবলৈ আদেশ দিলে।

কথা শুনি টাঙ্গাৰ মানুহবোৰ নিশ্চুপ হৈ পৰিল। চৰণবিহাৰী

গৌতমে সন্মুখলৈ চালে। টাঙ্গাৰ জোকাৰত তাইৰ গাটো লৰিছিল। এই জোকাৰণিয়ে যেন নগ্ন কৰি দেখুৱাই দিছিল তাইৰ গাৰ কোন-খিনিত কিমান মঙহ আছে। সৌদামিনীৰ চকুলৈ চাই চৰণবিহাৰী কিন্তু অবাক হৈ গ'ল।

চপচপীয়া পুখুৰীৰ দৰে ভৰপুৰ হৈ পৰিছে দুয়োটি চকু।

'তাৰ কথা শুনিয়েই নে? চেকেন্দৰ লোদীৰ 'দগাপাল্লাৰ' কথা শুনিয়েই নে? অসম্ভৱ।

দুখ! —এৰা এই অচিনাকি দুখৰ ছায়াই তিৰোতাক যেন আৰু মোহনীয় কৰি তোলে। —কিন্তু ঠিক এই মুহূৰ্তত চৰণবিহাৰীৰ মানসিক জগতত এটা বৰ আচৰিত কাণ্ড ঘটিল। সৌদামিনীৰ মুখমণ্ডলত বিয়পি থকা এই দুখৰ ছায়াই এটি জীৱন্ত মূৰ্তি ধাৰণ কৰিলে —ভালদৰে নিৰীক্ষণ কৰি চাই চৰণবিহাৰীয়ে অনুভৱ কৰিলে এই মূৰ্তিটি আন কাৰো নহয়—তাৰ জীয়েকৰহে! এৰা তাৰ উঠি অহা জীয়েকজনী আজিকালি অনেক কথাৰ সন্ধিক্ষণত আহি চকুৰ আগত থিয় হয়হি, তাই ভাগুৰ হৈ আহিছে—চামেলিৰ মালা গাঁথি তাই মূকলীধৰক পিন্ধাবলৈ আৰম্ভ কৰিছে।

চৰণবিহাৰীয়ে নিজকে সংযত কৰি ললে।

কোৰাণত সাকাৰ উপাসনা নিষিদ্ধ কাৰণে মুছলমান ঐতিহাসিকে মন্দিৰ ধ্বংসৰ দুষ্ক্ৰিয়াক বাদচাহৰ গৌৰৱজনক কাম বুলি ঘোষণা কৰি গৈছে।

চৰণবিহাৰীৰ কথা কিন্তু শেষ নহ'ল। টাঙ্গাবোৰ এয়া লীলাবাৰ্গৰ ওচৰ পালেহি। লীলাবাৰ্গৰ হাবিবোৰ কাঁইটীয়া কাবুলী বমনাৰ জোপোহাই সাৰটি ধৰিছে। এই জোপোহাবোৰৰ কৰ্কশ আভাই হাবিবোৰত এক ৰুক্ষ ৰূপ ফুটাই তুলিছে।

সৌদামিনীহঁতৰ টাঙ্গাৰ কাষে কাষে চাইকেল চলাই অহা গৌতম পাণ্ডাই ক'লে:

লীলাবাবাৰ ঝুলনৰ শোভাযাত্ৰা এতিয়াও বাহিৰলৈ ওলোৱা নাই। সৌ সিদিনা হৈ যোৱা ঝুলন উৎসৱৰ চিহ্ন এতিয়াও বিদ্যমান।

সকলোৰে চকুত পৰিল—'আতচৰাজীৰ খাদ-বাকদৰ' স্মৃতি চিহ্ন সিঁচৰতি হৈ পৰি আছে। তমাল পাতৰ ঠোঙাবোৰো সিঁচৰতি হৈ পৰি থকা দেখা গৈছে।

'শ্ৰীআনন্দময়ী মাৰ' আশ্ৰম পোৱাৰ লগে লগে বৃন্দাবনে এটা অন্যৰূপ ধাৰণ কৰিলে।

গৌতম পাণ্ডাই ক'লে: এইবাৰ বৰসানা হাটৱসৰ বেপাৰীবোৰ এতিয়াহে আহিব আৰম্ভ কৰিছে। সেইবোৰ ঠাইৰ ওপৰেৰে বেচ এক থৰাং বতৰ পাৰ হৈ গ'ল। এতিয়াহে ছুই এখন গাড়ী আহিব আৰম্ভ কৰিছে।—হয়, ছুই-এখন ম'হৰ গাড়ী আলিৰ বুকুত দেখা গ'ল। এইবোৰ সৌৰাষ্ট্ৰৰ উটৰ গাড়ীৰ দৰে আহল বহল। মালবস্তুৰ ভৰত ম'হ কেইটাৰ ডিঙিবোৰ মাটিলৈ দোঁ-খাই পৰিছে, কোৱাৰিৰ ছুয়ো কাযে ফেনৰ ৰেখা দেখা গৈছে।

টাঙ্গাবোৰ আহি 'চুঙ্গিৰ' ওচৰ পালে। 'চুঙ্গিৰ' গেট বন্ধ। গেটৰ ওচৰত চিপাহীৰ ভিৰ দেখা গ'ল। —এয়া ঝুলনৰ দিন। সৰহঁ মালৰ ওপৰত 'চুঙ্গি কৰ' বহুৱা হৈছে। জবৰজং পাগুৱাল চিপাহী এটা লাঠী জোকাৰি জোকাৰি চৌধুৰীৰ টাঙ্গাৰ পিনে আগবাঢ়ি আহিল। টাঙ্গাখনৰ চাৰিওকালে ঘূৰিপকি চাই চিপাহীয়ে গৰ্জন কৰি উঠিল: নামক। জৰিমনা ভৰিব লাগিব।

পিচে পিচে চাইকেল লৈ অহা গৌতম পাণ্ডাই ৰায়চৌধুৰীৰ ওচৰলৈ আহি ফুচফুচাই ক'লে: দহটা টকা উলিয়াই দিয়কচোন। চিপাহীৰ মুখ বন্ধ কৰিবলৈ দহটা হ'লেই হ'ব:

গৌতম পাণ্ডাই ঠিকেই কৈছিল। তেওঁ চিপাহীৰ ওচৰ পোৱাৰ লগে লগে বন্ধ হৈ থকা গেটখন খোল খালে। আৰু পাণ্ডাই টাঙ্গা আগবাঢ়িবলৈ হাতেৰে নিৰ্দেশ দিলে।

'ৰঙ্গনাথৰ' চূড়া দেখা গ'ল। লগে লগে সৌদামিনীৰ ছুয়ো নয়ন ভৰি আহিল। তাইৰ মৃত ধৰ্মভীৰু স্বামীৰ এইটি প্ৰিয় মন্দিৰ আছিল। পঢ়ি থকা অৱস্থাত তেওঁ অনেকবাৰ ইয়ালৈ আহিছিল। এয়া ঝুলন, ৰঙ্গনাথত মেলা বহিছে। অনেক বিচিত্ৰ মেলাৰে ৰঙ্গনাথৰ

থাকবি স্তবি পৰিছে।—সিংহ দুৱাৰৰ কাষত দৰৱ বেচা মানুহ এটাৰ বিচিত্র দোকান এখন সৌদামিনীৰ চকুত পৰিল। বাঘৰ তেল, ঘৰিয়ালৰ ছাল, বিভিন্ন মাছৰ কাঁইট, পীত, ইত্যাদি বেচা মানুহটোৱে বহুখিনি ঠাই আগুৰি বহিছে। তাৰ সমুখত এটা বং যোৱা লাউডস্পীকাৰ। অকণো বিৰতি নোহোৱাকৈ সি তাৰ বস্তুবোৰৰ গুণানুকীৰ্তন কৰি আছিল।—আৰু সেই চিত্র-বিচিত্র কাপোৰেৰে সজোৱা সেই সৰু চিৰিয়াখানাখন? এইখনেও মানুহক বাককৈয়ে আকৰ্ষণ কৰি আনিছে! সিংহ দুৱাৰৰ ওচৰত প্রেতাত্মা সদৃশ ভিক্ষাৰীৰ শাৰী দুটামান দেখা গ'ল—এয়া উৎসৱৰ সময়; কোটিপতি 'শেঠসকল' ব্রজ ফুৰিব আহিছে—সিহঁতে 'ভাণ্ডাৰা' দিব। ধুতি, শাৰী আৰু কম্বলো বিলাব পাৰে। গতিকে ব্রজবাস কৰা এই প্রেতাত্মাৰ দলটিৰ ইয়াতকৈ আকৰ্ষণীয় বস্তু আৰু একো হ'ব নোৱাৰে। নিভৃত অন্ধকাৰ গলিত বাস কৰা কুষ্ঠৰোগীৰ জাকটোকো দেখা গ'ল। ব্রজবাসীয়ে কয় এই অন্ধ গলিবোৰত বাস কৰি সিহঁত নিজৰ অঙ্গ-প্রত্যঙ্গবোৰ আৰু ভয়াবহ কৰি লোৱাত যেন বদ্ধপৰিকৰ।

টাঙ্গাবোৰ এখন এখনকৈ আহি আলিকেকুৰিটি পাৰ হ'ল।

এইখিনিতে গোটেইবোৰ টাঙ্গা দুভাগ হৈ পৰিল। চৰণবিহাৰীয়ে নিজৰ বাক শক্তিৰ সহায়ত সৰহভাগ টাঙ্গাকে টাঙ্গাশালা হৈ বেতিয়া বজাৰ অভিমুখে পৰিচালিত কৰালে।

ডাঃ ৰায়চৌধুৰীৰ টাঙ্গা অৱশ্যে গোপীনাথ বজাৰ অভিমুখে আগবাঢ়িল। সৌদামিনীয়ে লক্ষ্য কৰিলে প্রায়বোৰেই ভগ্ন দালান। পুৰণি ভূজ-পত্রৰ বৰণ লোৱা ভগ্ন দালান। আৰু কিছুমান ৰহস্যময় গলি কোনো এঠাইত আৰম্ভ হৈ আন এঠাইত যেন ৰহস্যময়ভাৱে অদৃশ্য হৈ পৰিছে।

টাঙ্গা আহি দশৰথ আথাৰাৰ ভগ্ন মন্দিৰ এটিৰ সন্মুখত থিয় হ'ল। মন্দিৰৰ তলৰ মহলাৰ কোঠাবোৰ খুলি দিয়া হ'ল। এটা সময়ত ডাক্তৰ ৰায়চৌধুৰীয়ে সৌদামিনীৰ বাবে ভিতৰৰ পিনে থকা কোঠা এটা খুলি দিলে। কোঠাটোৰ ভিতৰ সোমাই সৌদামিনীৰ উশাহ

বন্ধ হোৱাৰ অৱস্থা হ'ল। পোহৰ অহাৰ কোনো বন্দবস্ত নাই—তাৰ হয় যেন এইটো এটা মাটিৰ তলৰ কোঠা। সৌদামিনীয়ে চাৰিওকালে খেপিয়াই চাব ধৰিলে। আছে, এখন খিৰিকি আছে। কাঠৰ সৰু খিৰিকি। উন্মাদপ্ৰায় হৈ সৌদামিনীয়ে খিৰিকিখন টানি খুলিলে। শেঁতা পোহৰ এটাই কোঠাটো পোহৰ কৰি তুলিলে। খিৰিকিৰ কাষত এজোপা 'ধোঁৱা' নিমৰ গছ আছে। হঠাৎ মানুহৰ গুণগুণনি শুনি তাই কিছু আঁতৰলৈ চাই পঠিয়ালে—এৰা সোঁৱা অলপ আঁতৰত এজাক বুঢ়ী আঠুত মূৰ গুজি বহি আছে—সিহঁতৰ সন্মুখত এটি মৰাশ'। বহি থকা বুঢ়ীজাকে কন্দা-কটা কৰা নাই। বৰ অসহায় হোৱাৰ দৰেহে সিহঁত বহি আছে। মৃতকে ব্যৱহাৰ কৰা বস্তুবোৰ চাৰিওকালে সিঁচৰতি হৈ পৰি আছে বিচিত্ৰ বৰণৰ ফটা কাপোৰৰ দম, পানী খোৱা মাটিৰ কলহ, শীতত ব্যৱহাৰ কৰা গোবৰৰ কাণ্ডা—

হঠাৎ দৈত্যাকৃতিৰ পাণ্ডা এটা যমদূতৰ দৰে সেইখিনিত আহি উপস্থিত হ'ল,—ভয়াতুৰ বুঢ়ী কেইজনী ইজনীয়ে সিজনীৰ ওচৰত থন হৈ বহিল।

পাণ্ডাই বুঢ়ীৰ বস্তুবোৰ লণ্ড ভণ্ড কৰি চাব ধৰিলে। তাৰ পাচত তেওঁ পানী খোৱা মাদকা আৰু গোবৰৰ কাণ্ডাবোৰ ভৰিৰে গুৰিয়াব ধৰিলে।··বুঢ়ী কেইগৰাকী ভয়ত পেপুৱা লাগি কিছুদূৰ পিচুৱাই গ'ল।

ইয়াৰ পিচত পাণ্ডাই মৃতকৰ অস্থি-চৰ্মসাৰ নিৰ্জীৱ দেহটি খেপিয়াব ধৰিলে। কি ঠিক কিজানি সোণৰ নাইবা ৰূপৰ মাদলি এটা বুঢ়ীৰ কঁকাল নাইবা বাহুৰ কোনোবা এঠাইত বন্ধা আছেই?

আছে—আছে—পাণ্ডাই কিবা এটা টান মাৰি ছিঙিলে। লগে লগে বুঢ়ীৰ কঁকালটি উলঙ্গ হৈ খাটিয়াৰ ওপৰত হাম-খুৰি খাই পৰিল। মানৱতা আৰু জীৱনৰ প্ৰতি ভ্ৰুকুটি দেখুৱাই থকা এই অদ্ভুত অবিশ্বাস্য নগ্ন দেহটো দেখি সৌদামিনীৰ নাকৰ পাহি দুটা কঁপি উঠিল।

পাণ্ডাই পোহৰলৈ নি বস্তুটি পৰীক্ষা কৰি চালে। তাৰ পিচত মুখখন বিকৃত কৰি গাৰ জোৰেৰে বস্তুটি দূৰলৈ দলিয়াই দিলে।

তইঁতৰ কাবোবাৰ ওচৰত বুঢ়ীয়ে নিশ্চয় কিছু জমা থৈ গৈছে, যিহেতু তাই ভজন আশ্ৰমৰ 'ৰাধেশ্যামী' আছিল।

বুঢ়ী কেইজনীয়ে এজনীয়ে আনজনীৰ মুখলৈ চালে,—এজনীয়ে সাহ কৰি কম্পিত কণ্ঠেৰে কৈয়ে দিলে—"বুঢ়ীয়ে তোমাৰ বাচন ধুইছিল আৰু আটা পিহি দিছিল।"

দৈত্যাই চিঞৰি উঠিল: চুপ্ থাক। চুপ্ থাক। মই মৰা পেলোৱা মানুহ চাৰিটাক খবৰ দিম। সিহঁতে চোঁচৰাই নি যমুনাত পেলাই থৈ আহিব।

বুঢ়ী কেইজনীয়ে আকৌ এবাৰ এজনীয়ে আনজনীৰ মুখলৈ চালে। সিহঁতৰ মনত পৰিল শগুণৰ দৰে মৰাশ'ৰ গন্ধ লৈ ঘূৰি ফুৰা মানুহ চাৰিটাৰ কথা। ৰাধা অষ্টমীৰ মেলাৰ ভিৰত মৰা বুঢ়ীৰ ওচৰত, ৰঙ্গনাথৰ ৰথৰ মেলাৰ সময়ত মানুহৰ ঠেলা-হেঁচাত পৰি মৰা বুঢ়ীৰ ওচৰত সিহঁতে ঘূৰা-ফিৰা কৰে কিজানি সৌভাগ্যক্ৰমে কৃপণ বুঢ়ীবোৰে একোটা সোণৰ দাঁত বন্ধাইছিলেই? সেই বাবেই সিহঁতে ব্ৰজৰ আশীক্ৰোশ পৰিক্ৰমাৰ আশে-পাশে, নন্দ উৎসৱ, কাকুৰাৰ 'হোৰোঙ্গা', উৎসৱত ঘূৰা-ফিৰা কৰিছিল।

সৌদামিনীয়ে খিৰিকিখন বন্ধ কৰি দিলে। লগে লগে তাই শপত খালে এবা এই প্ৰথম দিনাই তাই শপত খালে। আৰু কেতিয়াও তাই এইখন খিৰিকি নোখোলে। প্ৰয়োজন হ'লে দিনতেই তাই এটি চাকি জ্বলাই লব। মথুৰাৰ পৰা ঠিক এইখিনিলৈকে অহালৈ তাইৰ বেয়া লগা নাছিল। কিন্তু এই কোঠা দুটাত সোমাই সকলোবোৰ খেলি-মেলি হৈ গ'ল। শূন্য বিছনা এখনত বহি তাই দুয়ো হাতেৰে মূৰটো হেঁচি ধৰিলে। নাই—নাই ঠিক এনেদৰে বেছি সময় বহি থাকিব নোৱাৰি। এতিয়াই তাইৰ বেমাৰী মাকে আহি মকৰাজাল গুচাবলৈ আৰম্ভ কৰিবহি! কিমান দিন থাকিব ইয়াত? মন সংশোধন হোৱালৈকে? তেতিয়া হ'লে কিয় আহিল তাই? তাইৰ দৰে লাঞ্ছিত? তাইৰ দৰে···।

কান্দি লব নেকি এইখিনিতে বহি কিছু সময়? কচাইৰ দৰে অনুত্তৰ বহিত মানুহ এজাকৰ কথা ভবাতকৈ এইখিনিতে বহি কিছু সময় তাই কান্দি লব নেকি?

ছুপৰীয়া খাই বৈ উঠি যেতিয়া তাই চাটত উঠে তেতিয়া শাৰী পাতি থকা ঘোঁৰা নিম কেইজোপাৰ আঁৰত বেলিটো লুকাই পৰিছিল। চাটৰ এইটো অংশৰ পৰা ৰঙ্গজী মন্দিৰৰ প্ৰকাণ্ড চোতালখন দেখা পোৱা যায়। চোতালখনত মানুহৰ ভিৰ আৰম্ভ হৈছে। আজি লথাৰ মেল। 'লথাৰ' সেই প্ৰকাণ্ড খুটিটো যিটোত ধৰি খুঁজাকবোৰে নিজৰ শক্তিৰ পৰিচয় দিয়াৰ আয়োজন কৰিব সেই খুটিটিও তাই স্পষ্ট দেখা পালে। চাণ্ডৰ ওপৰত উঠি পূজাৰী কেইটা-মানে খুটাটোত তেল আৰু পানী ঢালিব আৰম্ভ কৰিলে। বৃদ্ধ সূৰ্যৰ নিস্তেজ পোহৰতো খুটাটো বাতি জিলিকা সাপৰ দৰে জিলিকি উঠিছিল।

চাণ্ডৰ কাষত দেখা গ'ল এটি সুসজ্জিত হাতী! হাইউকমি বাঢ়ি আহিল। ৰঙ্গনাথৰ 'বুকজ'ৰ টোপধ্বনি শুনা গ'ল।

তলৰ পৰা সৌদামিনীয়ে মাকৰ কণ্ঠ শুনা পালে: আহা আইজনী নামি আহা। আমিও চাই আহোঁগৈ আহা!

অনুপমা ইয়াৰ আগতে ব্ৰজলৈ কেইবাবাৰো আহিছে। আলিপদূলিবোৰ তেওঁৰ ইতিমধ্যে চিনাকি হৈ পৰিছে। খালি ভৰিৰে ছুয়ো আগবাঢ়িল। বজাৰৰ আঙুৰৰ থুপবোৰ স্বচ্ছ আয়নাৰ দৰে দেখা গৈছে। তুলসীৰ মালা, গোপীচন্দন আৰু 'মাখন মাটিৰ' দোকানবোৰো আজি যেন বিচিত্ৰ সাজ পিন্ধি এই উৎসৱৰ বাবে সাজু হৈ আছে। কিন্তু সকলোকে চেৰ পেলাইছে অষ্টধাতুৰ বাল গোপাল মুৰুলীধৰ আৰু সূৰ্যবংশী ৰজাসকলৰ নিখুঁত নিমজ মূৰ্তিৰ দোকানবোৰে; এইবোৰ দোকানৰ ওচৰত দৰ্শকৰ সংখ্যা বসহু। গ্ৰাহক কম।

মানুহ ঠেলি ছুয়ো অৱশ্যে সিংহ দুৱাৰেদি ভিতৰ সোমোৱাৰ সাহস কৰিব নোৱাৰিলে। সৌদামিনীৰ হাত এখনত ধৰি অনুপমাই

এইবাৰ 'কটকৰ' চিৰিৰে ওপৰলৈ উঠাৰ চেষ্টা কৰিলে। 'কটকৰ' বাবাগুৱাও ইতিমধ্যে লোকাৰণ্য হৈ পৰিছিল।

বুকজৰ তৃতীয় টোপধ্বনিৰ শব্দ শুনা গ'ল। লগে লগে উত্তেজিত মানুহবোৰ আনন্দতে গৰ্জন কৰি উঠিল।

উদং গাৰ মল্লযুঁজাৰু কেইটাই খুটাৰে বগুৱা বাই ওপৰৰ চাঙত উঠাৰ কষ্টকৰ প্ৰতিযোগিতা আৰম্ভ কৰিলে। এয়া তেল সানি থোৱা পিছল খুটা। তাতে চাঙৰ ওপৰৰ পৰা পূজাৰীয়ে কলহে কলহে পানী ঢালিব আৰম্ভ কৰিলে—এয়া এটা নিৰ্দিষ্ট সীমালৈ গৈ এটা আনটোৰ গাত খহি পৰিব ধৰিলে। এই খহি পৰাৰ লগে লগে মানুহৰ হাঁহিৰ গৰ্জন উঠিল।

'দেহাতী সংগীত জগতৰ' দল এটাই বীৰ ৰসাত্মক সুৰ এটি বজাই আছিল। এই সুৰে মল্লবীৰসকলৰ প্ৰাণত এক নতুন উত্তেজনাৰ সৃষ্টি কৰিছিল! এৰা নিজক বীৰ বুলি পৰিচয় দিয়াৰ ইয়াতকৈ ভাল সুযোগ আৰু নাই।...কিন্তু সিহঁত একোটা নিৰ্দিষ্ট সীমালৈ গৈ আকৌ সৰি পৰিব ধৰিলে, আকৌ উঠিল—আকৌ সৰি পৰিল——আকৌ উঠিল আকৌ পৰিল।...মানুহৰ হাঁহিৰ গিৰ্জনি বাঢ়ি আছিল। ৰংগনাথ মহাপ্ৰভুৱে আজি গোদাম্মাৰ সৈতে সোণৰ সিংহাসনত বহি এই আনন্দ উপভোগ কৰিব ধৰিলে। আজি যেন গোদাম্মা আৰু মহাপ্ৰভুৱে মানুহৰ ৰূপ ধাৰণ কৰি খেল চাব আৰম্ভ কৰিছে।

উঠিল! উঠিল!! খন্তেকৰ কাৰণে এই জনসমুদ্ৰৰ আস্ফালন যেন কাঁহ পৰি ক্ষীণ গ'ল। এয়া তেল আৰু পানীৰ এই প্ৰচণ্ড স্ৰোতক আওকাণ কৰি এটি খেলুৱৈ বহু ওপৰলৈ উঠি গ'ল।

এয়া ধৰিলে—ধৰিলে—বৰ সহজে সি এই শেষৰ চাংখন এয়া হাতেৰে স্পৰ্শ কৰিলে—কৰিলে। মানুহৰ কাণ তাল মৰা চিঞৰ হাতীৰ বৃহন হাঁহি কান্দোন আৰ্তনাদ সকলো মিলি মুহূৰ্তৰ ভিতৰত এক অবিশ্বাস্য পৰিস্থিতিৰ সৃষ্টি হ'ল। সিংহদুৱাৰৰ কাষত থকা পল্টন জাকৰ লাঠীবোৰ নদীৰ জঁাজিত উঠি যাব ধৰা থাগৰিৰ দৰে দেখা গ'ল।...'বজ্ৰজীৰ' উপহাৰ আৰু আশীৰ্বাদ প্ৰদান? নাই নাই এইবোৰ

আৰু কোনেও দেখা নেপালে। কোনোবাই যেন অনুপমা আৰু সৌদামিনীৰ কাণৰ ওচৰত। আহি ক'লেহি "পলোৱা! পলোৱা সৌৱা মানুহৰ সাগৰ এইপিনে আহিছে পলোৱা!!"

## ॥ দুই ॥

সৌদামিনীয়ে এই আচহুৱা জীৱনৰ সৈতে নিজকে পৰিচিত কৰি লোৱাৰ চেষ্টা কৰিলে। স্বভাৱতে তাই আছিল কৌতূহলী প্ৰকৃতিৰ। ৰাধেশ্যামীইঁতৰ জীৱন নতুন মন্দিৰ, পুৰণি মন্দিৰ, পুৰণি মন্দিৰৰ ভগ্নাৱশেষ বিবমঙ্গল কুঞ্জ, অদ্বৈতবট, শৃঙ্গাৰবট, সাক্ষীগোপাল নাই একো বাদ নপৰিল। আনকি সেই পুৰণি ধ্বংসস্তূপসমূহ যিবোৰক এতিয়া কাবুলী ৰমনাৰ জোপোহাই মকৰা জালৰ দৰে সাবটি ধৰিছে সেইবোৰৰ ওচৰলৈ গৈ সেই প্ৰাচীন নূপুৰৰ ধ্বনি শুনাৰ আগ্ৰহত কিছুদিন তাই একপ্ৰকাৰ অভিভূত হৈ পৰিছিল। এৰা, ব্ৰজৰ এই ধ্বংসস্তূপ আৰু প্ৰাচীন মন্দিৰবোৰত এক অন্তঃকৰণ স্পৰ্শ কৰিব পৰা ভাষা আছে! জয়পুৰৰ ৰাজ ভৱনৰ শিলৰ প্ৰাচীন মূৰ্তিবোৰত এতিয়া শেলুৱৈয়ে ধৰিছে তথাপি ইয়াতে সেই অন্তৰ্স্পৰ্শী ৰাগৰ ধ্বনি শুনা যায়। প্ৰাচীন গোবিন্দ মন্দিৰত অঙ্কিত গোপীসকলৰ দুষ্প্ৰাপ্য ছবিবোৰৰ সেই হংসধৱল ভিত্তিবোৰ ঔৰংজীৱে চূৰ্ণ কৰি পেলাবলৈ আদেশ দিছিল। এতিয়াও এই ভগ্ন ৰঙা পাথৰৰ মন্দিৰটিৰ মজিয়াত বহিলে আৰু কাণ পাতি শুনিলে এক অন্তৰ্স্পৰ্শী সুৰ শুনা যায়।

ইতিমধ্যে কেইবাটাও দিন পাৰ হৈ গ'ল। ডাক্তৰ ৰায়চৌধুৰীয়ে চিকিৎসালয়ৰ কাম ইতিমধ্যে আৰম্ভ কৰি দিছে। বেছি ভাগ সময় তেওঁ বাহিৰতেই থাকে। দুপৰীয়া সৌদামিনীয়ে কিছুদিন 'আথৰাৰ' চাৰিওফালে টহল দি ফুৰিব ধৰিলে। আথৰাৰ সোঁহাতে অৰ্থাৎ হাড়াবাৰীৰ পিনে মুখ কৰি থকা গলিটিত এখন ৰহস্যময় সংসাৰ আছিল। ইয়াৰ কাষতে আছিল বিহাৰীমোহন কুঞ্জৰ মন্দিৰ।

এদিন বিহাৰীমোহন কুঞ্জৰ 'চাট', পাৰ হৈ সৌদামিনীয়ে সেই ৰহস্যময় সংসাৰক উদ্দেশ্য কৰি চিৰিয়েদি নামিব খোজোঁতেই মন্দিৰৰ নিম্বাৰ্ক সম্প্ৰদায়ী সাধু কেইজনে ক'লে—তুমি নতুন মানুহ সেইপিনে নোযোৱাই ভাল হ'ব।

চাটৰ ওপৰত থাটিয়া পাৰি শোৱা আৰু অৱসৰৰ সময়ত পাখোৱাজ বজোৱা এই সাধু কেইজনৰ কথাত সৌদামিনীৰ কৌতূহল বাঢ়িল। তাই পূজাৰী কেইজনৰ ওচৰত মূৰ দোৱাই ক'লে ব্ৰজধামৰ প্ৰতিটুকুৰা ভূমি মোৰ কৌতূহলৰ বস্তু।

ভগ্ন বিবৰ্ণ চিৰি কেইটাৰে সৌদামিনী নামি গ'ল। ব্যৱহাৰ নকৰা নাদ এটা তাই দেখা পালে। নাদটিৰ মুখখন শেলুৱৈয়ে ধৰা কাঠ কিছুমানেৰে ঢাকি থোৱা আছে। সৌদামিনীৰ চকুত পৰিল কিছুমান ভগ্ন থাপৰি। পাৰৰ বাহৰ দৰে খুপৰি এইবোৰ। এজাক বিধৱা ৰাধেশ্যামীয়ে এই থাপৰি বিলাকত বাস কৰে। ইহঁতৰ অস্থিচৰ্মসাৰ দেহ, গাত বিবৰ্ণ মলিয়ন ধুতি। কিন্তু কপালত সিহঁতৰ দগমগাই আছে বিভূতি আৰু গোপীচন্দনৰ ৰেখাৰ সমাৰোহ।

সৌদামিনীক দেখি সিহঁত খুপৰিৰ পৰা ওলাই আহিল। পৰম বিস্ময়েৰে এই অস্থিচৰ্মসাৰ বৃদ্ধা নাৰীৰ দলটিয়ে তাইক বেঢ়ি ধৰিলে।

আইসকল আপোনালোকে ইয়াত কেনেকৈ জীৱন ধাৰণ কৰে?

আইসকলে এজনীয়ে আন এজনীৰ মুখলৈ চালে। কৰঙত সোমোৱা অদ্ভুত চকু দুটাত দিনৰ উজ্জ্বলতা সানি এজনীয়ে ক'লে: দৰকাৰ হ'লে আমি 'কাচৰ মন্দিৰ' আৰু ৰঙজীৰ দুৱাৰ মুখত বহি ভিক্ষা কৰো আৰু দৰকাৰ হ'লে মালচা ভোগৰ আশাত আমি মন্দিৰৰ চিৰিত বহি উজাগৰে ৰাতি কটাওঁ!

: 'ৰাধেশ্যামী হৈ ভজন আশ্ৰমত' বহিলে আপোনালোকে ভালদৰে দুসাজ খাব পাৰিলেহেঁতেন!

এইবাৰ গোটেই কেইগৰাকীয়ে ঠেক্‌ঠেকাই হাঁহিব ধৰিলে—এজনীয়ে সুৰ লগাই গাব আৰম্ভ কৰিলে:

'শেঠৰ' বাৰীৰ ভজন আশ্ৰম, গোপীনাথৰ ভজন আশ্ৰম, বৰবাগৰ ভজন আশ্ৰম, ধোবাশালৰ ভজন আশ্ৰম !!

: শুনা চিট্টি বাবুৰ (হিচাপ ৰখা বিষয়াই) 'ৰাধেশ্যামীৰ' 'ভাগৰ' টকা খাই খাই পেট বাঢ়ি আহি উঠিব নোৱৰা হ'ল। অ' তুমি হ'ব পায় একেবাৰে নতুন মানুহ একো নেজানা। পেটুৱা বাবুৱে বহি বহি 'ৰাধেশ্যামীইঁতৰ' খাগৰিৰ দৰে হাত ভৰিবোৰ লক্ষ্য কৰিব আৰম্ভ কৰিলে! বাচাই জনা হ'ল কোনদিনা কোনজনী পাৰ হ'ব। "এই ভৱ সাগৰ পাৰ হ'ব সাজু হোৱা ৰাধেশ্যামীৰ কত টকা-সিকি আছে পেটুৱা বাবুৱে তাকো জনা হ'ল, চব জনা হ'ল—চব জনা হ'ল।"

আকৌ এবাৰ এই প্ৰেতাত্মাৰ দলটিয়ে ঢেক্‌ঢেকাই হাঁহিব ধৰিলে। শেহলৈ সিহঁতৰ হাঁহিবোৰ হাড়ে হাড়ে খুন্দা খালে যেনেদৰে এক কৰ্কশ শব্দৰ সৃষ্টি হয় ঠিক তেনে এক শব্দৰ দৰে শুনা গ'ল।

: পেটুৱা বাবুৱে এদিন আমাৰ এই ভৰিবোৰো দেখা পালে, বাবুৰ চকুত পৰাৰ লগে লগে আমি পলাইহে সাৰিলো নহ'লে আমাক লাঠী মাৰি উলিয়াই দিলেহেঁতেন। চোৱা আমাৰ এইবোৰ ভৰি !!

কলাফুলৰ ওচৰলৈ সিহঁতে যেতিয়া সেই শতছিন্ন কাপোৰবোৰ দাঙি ধৰিলে সৌদামিনীয়ে ভয় খাই কিছুদূৰ পিচুৱাই গ'ল !

সিহঁত প্ৰবল কুষ্ঠৰোগত আক্ৰান্ত।

: আইদেউ আমি ভিক্ষা কৰি ভাল পাওঁ বাঁকে বিহাৰীৰ গলিত, শাহজী মন্দিৰৰ দুৱাৰমুখত, দমন মোহনৰ চিৰিত—ঠিক তোমাৰ দৰে মানুহ আছে !

এইবুলি কৈ এজনীয়ে সৌদামিনীৰ হাতৰ ওপৰেৰে নিজৰ হাত বোলাব ধৰিলে। সৌদামিনীৰ গাৰ নোম থিয় হৈ উঠিল। কিন্তু এয়া এই প্ৰেতাত্মাটিয়ে যে এক পৰম সুখানুভূতি উপলব্ধি কৰিছে !

সাহ পাই আন এজনীয়ে সৌদামিনীৰ হাতৰ সোণৰ চুৰি কেইপাত চুই চাব ধৰিলে !

আন এজনীয়ে তাইৰ মুখৰ ওচৰলৈ আহি ক'লে : আমাক খাবৰ বাবে কিছু দান কৰি যোৱা—তোমালোক খাবৰ বাবে জীয়াই আছা আমাক জীয়াই থাকিবৰ বাবে খাব দিয়া।

ইতিমধ্যে আৰু এজাক খুপৰিৰ পৰা ওলাই আহি সৌদামিনীৰ কোমল দেহটি চুই চাব ধৰিলে, শেষলৈ সিহঁতে এক তীব্ৰ উত্তেজনাৰে তাইৰ সমস্ত দেহ আজুৰিব ধৰিলে। খোপা খুলি চুলি পিঠিৰ ওপৰত বাগৰি পৰিল, পিন্ধি থকা ব্লাউজটি ফালি যোৱাৰ উপক্ৰম হ'ল ..... নিৰ্বাক সম্প্ৰদায়ৰ সাধুসকল আহি নোপোৱাহেঁতেন এই প্ৰেতাত্মাৰ দলটিয়ে হয়তো একোটা কুকুৰনেচীয়াৰ ৰূপ ললেহেঁতেন।

পাখোৱাজ বজাব এৰি সাধু এজনে চিঞৰি উঠিল : আঁতৰ হ, আঁতৰ হ বাক্ষসীহঁত, তহঁতে কোনো নাই বুলি ভাবিছিলি নেকি? এইবাৰ ৰঙ্গজীৰ ৰথৰ চকাত মূৰ পাতি দিবি!

কোব খোৱা প্ৰাণীৰ দৰে গোটেইজাকে কোঁ-কোৱাই গৈ সুৰঙ্গ সদৃশ খুপৰিৰ ভিতৰত সোমাই পৰিল।

সাধুজনে তাইক ক'লে : আইদেউ মই তোমাক আগেয়ে হাক দিছিলো নহয়। ইহঁতে মানুহ খাব পাৰে, আহা মই তোমাক আগবঢ়াই থওঁ আৰু এটা কথা কওঁ শুনা—ইহঁত বৰ দুৰ্ভগীয়া "বুভুক্ষিতঃ কিং ন কৰোতি পাপম্।" শুনিছো তোমালোকে ব্ৰজবাস কৰিম বুলি আহিছা। গতিকে সুবিধা পালো ইহঁতৰ মঙ্গল চিন্তা কৰিবা!

গোপীনাথ বজাৰৰ প্ৰধান আলিত উঠি সৌদামিনীয়ে নাক আৰু ডিঙিৰ ঘাম মচি ললে! ইয়াৰ ভজন আশ্ৰম ছুটী হোৱা নাই। আইসকলৰ মাজত থিয় হৈ বুঢ়ী এগৰাকীয়ে তেতিয়াও খঞ্জৰী হাতত লৈ গীত গাই আছিল। দুৱাৰ গুৰিত বহি হিচাপ ৰখা প্ৰহৰীয়ে জপ কৰা মোনাৰ ভিতৰত হাত থৈ মালা জপি আছিল যদিও মাজে মাজে তাৰ চকু চুকৰ বাবেণ্ডামীহঁতৰ ওপৰত পৰিছিল, এৰা কিজানি কোনোবাই গীত গোৱা নাই? পেটত ভোক থাকিলেও সিহঁতে গীত গাব লাগিব! কণ্ঠ বন্ধ হোৱাৰ উপক্ৰম হ'লেও সিহঁতে টেঁটুফালি

চিঞৰিব লাগিব। সিহঁতে ৰাধাকৃষ্ণৰ প্ৰেম অনুৰাগৰ গীত গাবই লাগিব! আন গোদৰীত 'কৃষ্ণ বিৰহত' সিহঁতে চকুৰ লোতক বোৱাই উদ্ধৱৰ ওচৰলৈ গৈ কৃষ্ণ সংবাদ শুনিবই লাগিব। আৰু নিধু বন, নিকুঞ্জ বন, ধীৰ সমীৰৰ ঘাটত সিহঁতে কৃষ্ণক বিচাৰি হাবাথুৰি খাবই লাগিব। সৌদামিনীয়ে লক্ষ্য কৰিলে যদিও সিহঁতে গীত গাইছিল মাজে মাজে সিহঁতৰ দৃষ্টি বগুৱা বাই আহি শাৰী পাতি থকা পাচলিৰ দোকানবোৰত পৰিছিলহি; দোকানীবোৰে লেবেলি যোৱা, পচি যোৱা, বস্তুবোৰ একাষে দম কৰি থৈছে। এইবোৰৰ গ্ৰাহক একমাত্ৰ এই 'ৰাধেশ্যামী' আইসকল!

আকৌ নিজৰ সেই অন্ধকাৰ কোঠাটোলৈ সোমাই আহিল সৌদামিনী! নিঃসঙ্গতাক তাই এৰাই ফুৰিব যত্ন কৰিলে, এই কথা অৱশ্যে সিমান সহজ নহয়! মাজে মাজে তাই নিজৰ গাটোও পৰীক্ষা কৰি চাব আৰম্ভ কৰিলে! সুন্দৰ নিপোটল তাইৰ এই শৰীৰ!—যোৱা সাত বছৰৰ এই মানসিক অত্যাচাৰেও তাইৰ শৰীৰত কোনো স্থায়ী চিহ্ন ৰাখিব পৰা নাই। নাই নাই নিজৰ লগত যেন কোনোমতেই বুজাপৰা হোৱা নাযায়।··এনে কথাও কাৰোবাৰ জীৱনত সম্ভৱ হয় নে? এনেকুৱা অৱস্থাও কাৰোবাৰ জীৱনত ঘটিছে নে?

## ॥ তিনি ॥

যেতিয়াই সৌদামিনীৰ মুখত এই দুখ আৰু আক্ষেপৰ ছায়া স্পষ্ট হৈ পৰিছে তেতিয়াই ডাক্তৰ ৰায়চৌধুৰী আৰু মাক অনুপমাও সজাগ হৈ উঠিছে!

এদিন ৰাতিপুৱাই অনুপমাই সৌদামিনীৰ মুখত সেই ছায়া দেখা পালে। লগে লগে তেওঁ সজাগ হৈ উঠিল। এৰা এই সময়তে সুদূৰ মানস সৰোবৰৰ পৰা দেওঘৰী বাবা আহিছে। পানীত চাং সাজি বাস কৰা দেওঘৰী বাবাৰ বিস্ময়কৰ কাহিনী ব্ৰজৰ মানুহৰ

মুখত একপ্ৰকাৰ কিংবদন্তীৰ দৰে হৈ পৰিছে। এয়াও এটা সুযোগ। কি ঠিক দেওঘৰী বাবাৰ ওচৰত থিয় হৈ কিজানি তাই অন্তৰ আত্মাৰ কিছুমান বন্ধ দুৱাৰ মুকলি কৰি পেলাব পাৰেই? বংশৰ পুৰণি ঐতিহ্যই তাইৰ আত্মাৰ বন্ধ দুৱাৰৰ প্ৰভাৱ পেলাব নোৱাৰিবনে?

দেওঘৰী বাবা অহা এই সংবাদ দিবলৈ বৰ আগ্ৰহেৰে অনুপমা সৌদামিনীৰ ওচৰ চাপিলেহি। আৰু এটা সময়ত মাক-জীয়েক দুয়ো যমুনাৰ বালিত খোজ পেলালে।

দুয়ো নিশ্চুপ হৈ আগবাঢ়িছিল।

এক অননুভূত উত্তেজনা অনুভৱ কৰিছিল সৌদামিনীয়ে। কিহৰ বাবে এই উত্তেজনা? মাথো তাইৰ সেই তৰল কৌতূহলৰ বাবেই নে? নে এয়া সেই ভক্তিৰেই উন্মেষণ যি ভক্তিৰ ৰসত 'গৌড়ীয় বৈষ্ণৱ' সকল এদিন উন্মাদ হৈ পৰিছিল? যি ৰসক 'শৃঙ্গাৰ' ৰসৰেই অন্য এক উদগাৰ বুলি এদলে নিজৰ মাজতে খোৱা-কামোৰা কৰি মৰিছিল। এয়ে নেকি সেই অনাস্বাদিত ৰস? নাই নাই একেবাৰেই তৰল কথা বুলি তাই সকলো দলিয়াই পেলাব নে? যিমানেই 'বাঁকে বিহাৰী'ৰ মূৰ্তিটিলৈ তাই দৃষ্টি নিক্ষেপ কৰিছে সিমানেই তাই ঠিক এই একে ধৰণৰ উত্তেজনা অনুভৱ কৰিছে। এই ব্ৰজধামতেই এই ৰসত উন্মুক্ত উন্মাদ আৰু এটি প্ৰাণীৰ সৈতে সৌদামিনী মুখামুখি হৈছে—আৰু তাই ৰঙ্গনাথৰ এক বৃদ্ধা নটী।

ৰঙ্গনাথ মহাপ্ৰভু যেতিয়া পৰিক্ৰমালৈ যায়, যেতিয়া তেওঁ বিনোদৰ বাবে হাতত বৰ্শী লৈ আম্ৰকুঞ্জলৈ যায় আৰু তেওঁৰ পিচে পিচে যেতিয়া সেই বিচিত্ৰ শোভাযাত্ৰা আগবাঢ়িব ধৰে—পুৰোহিতৰ ঘৰ লানিৰ এটি ভগ্ন খুপৰিৰ পৰা সেই বৃদ্ধা নটী বাউলী হৈ ওলাই আহে। তাইৰ সেই দুৰ্বল হাত-ভৰিৰ তেজ প্ৰবাহত এনে এক উন্মাদনা আহি পৰে যে ভাব হয় যেন সমগ্ৰ শোভাযাত্ৰাটিক তাইৰ এই বাহুদ্বয়েৰে স্তব্ধ কৰি থ'ব।

এসময়ত নৃত্যৰ উন্মাদনাত তাইৰ প্ৰাচীন ঘাগাৰ ঘামেৰে তিতি

যায়। তাইৰ বিবৰ্ণ চুলিব কবৰী খহি পৰে, লগে লগে খহি পৰে তাইৰ খোপাৰ চামেলীৰ মালা।

অদ্ভুত অনন্ত এই প্ৰেম। দুৰ্ভাগ্য আৰু সৌভাগ্যক সমানে তুচ্ছ কৰি পেলোৱা এই প্ৰেম। যিমান বাৰেই সৌদামিনী এই বৃদ্ধাৰ সৈতে মুখামুখি হৈছে সিমানবাৰেই সৌদামিনীৰ দুয়ো নয়ন লোতকেৰে ভৰি পৰিছে। কিহৰ বাবে এই লোতক?

মাথো সেই তৰল কৌতূহলৰ বাবেই নে?

শুকাই থকা মসৃন বালিৰ ওপৰেৰে দুয়ো নিশ্চুপ হৈয়ে খোজ পেলাইছিল। সোঁৱা কাছবোৰ এটা দুটাকৈ পাৰত উঠিব আৰম্ভ কৰিছে। ধীৰ সমীৰ ঘাটৰ অৰ্জুন গছ এজোপাত চালি ধৰি থকা ময়ূৰৰ জাক এটা দেখা গ'ল।

দুয়ো আহি পিপাৰ পুলৰ ওচৰ পালেহি। যমুনা নদী কিছু শুকাইছে। পানীগাঁৱৰ পিনে যমুনাৰ বুকুত এচপৰা মাটি খোলা-চাপৰীয়া পিঠা এখনৰ দৰে ভাঁহি উঠিছে। সিপাৰে দেওঘৰী বাবাৰ তম্বু দেখা গৈছে। এতিয়া তাত মানুহ সেৰেঙা। পানীগাঁও, ৰায়া, বৰসনা আদি ঠাইৰ ভক্তসকল আগবেলাই আহি গ'ল। বল্লমগড়, হাটৰস আদিৰ মানুহবোৰ পিচবেলাহে আহিব। পিপাৰ পুল পাৰ হৈ বাবাৰ চাঙলৈ যাব নোৱাৰি। অ'ত-ত'ত ম'হৰ ঘুলিৰ দৰে বন্ধ পানী আছে। দুয়ো বালিৰ এটি ওখ ঢাপ পাৰ হৈ দেখিলে যমুনাৰ গভীৰ নীলা পানীৰ সোঁত। মানুহ অনা-নিয়া কৰা নাৱৰীয়া কেইটাই নাও বান্ধি উভতি যোৱাৰ আয়োজন কৰিছে। দুয়ো গৈ যেতিয়া সিহঁতৰ ওচৰ পালেগৈ সিহঁতে আৰু মানুহ অহালৈ অপেক্ষা কৰিব দি বালিৰ ঢাপৰ ওপৰত উঠিল। দুয়ো উভতি চালে। এৰা আৰু মানুহ আহিছে। 'গোবিন্দজীৰ' মন্দিৰৰ কণা মালিনীজনী আহিছে। বালিৰ ওপৰত খোজ কাঢ়োতে তাইক লেকেচিয়াই খোজ কঢ়াৰ দৰে দেখা গৈছে! 'লুই বজাৰৰ' ঘোঁৰাশালৰ ৰখীয়া গোবৰ্ধন বাবুও আহিছে। বুঢ়া বাবাৰ যমুনাৰ বালি পাৰ হৈ আহোঁতে যথেষ্ট সময় লাগিছে।

হালধীয়া ডিঙিৰ গৰুড় চৰাই হুটামানে বালিৰ ওপৰত খেলি আছে।

আৰু এটি মানুহ আগবাঢ়ি অহা সৌদামিনীৰ চকুত পৰিল। এয়া ব্ৰজৰ প্ৰখ্যাত শিল্পী চন্দ্ৰভান ৰাকেশ। ৰাধাবাৰ্গেৰে তেওঁ যমুনাৰ ওখ-চাপৰ বালি পাৰ হৈ নামি আহিছে।

ৰাধাবাৰ্গৰ তালপাতৰ ছত্ৰৰ তলত বহি তেওঁ অষ্টধাতুৰ মূৰ্তি গঢ়ে। নিকুঞ্জবনৰ বাগিচাত ৰাসৰ যি অপূৰ্ব তৈলচিত্ৰসমূহ আছে সেইবোৰৰ তেওঁৱেই জনক। তেওঁৰ পূৰ্বপুৰুষসকল কলিঙ্গৰ মানুহ। তালপাতৰ ছত্ৰৰ তলত বহি তেওঁ পূৰ্বপুৰুষসকলৰ কথা কয়, হিন্দু-কুশৰ গিৰিপথেৰে অহা তুৰ্কী আফগানৰ সৰ্বনাশী দিনৰ কথা কয়, কথাশিল্পী আচাৰ্য শান্তিভদ্ৰই সৌ সিদিনা ঠিকেই কৈ গৈছিল।

"কলিঙ্গত তেতিয়া ৰাজচক্ৰৱৰ্তী গঙ্গা বংশৰ নৰসিংহ দেৱ। উৰিষ্যাৰ বহিৰ্বাণিজ্য বন্ধ তেতিয়া। সভাপতি চিত্ৰকৰৰ ঘৰত চাল নাই, পেটত ভাত নাই উদ্বাস্তু অৱস্থা। চিত্ৰ আঁকাৰ প্ৰচলন উঠি গৈছে।"

...এৰা ঠিক এনে এক সময়ত চন্দ্ৰভানুৰ পূৰ্বপুৰুষসকলে আশ্ৰয় ললেহি মথুৰাৰ কাবুলী ৰমনাৰ কাঁইটে ভৰা ভগ্ন মন্দিৰৰ দুৱাৰ-মুখত। তেওঁলোকৰ কাণত অহৰহ ধ্বনিত হৈছিল: "সাজ মচজিদ! —ভাঙ হিন্দুৰ মন্দিৰ!!"

চন্দ্ৰভানুৰ পূৰ্ব পুৰুষৰ অনেক মহান শিল্পীক মন্দিৰৰ প্ৰাঙ্গণত দগ্ধ কৰা হ'ল। সেই শোকৰ ইতিহাস এতিয়া কিম্বদন্তী হৈ পৰিছে। ...তালপাতৰ ছত্ৰৰ তলত বহি আলিগড়ী ৰেতি (এবিধ ঘঁহনি অস্ত্ৰ) আৰু মছলাৰে অষ্ট ধাতুৰ মাজত জীৱন লাভ কৰা ৰাধাৰ অনুপম দেহ ঘঁহি ঘঁহি নিকা কৰি থকা শিল্পী চন্দ্ৰভানুৱে ঠিক সিমানখিনিহে কথা কয়—কিন্তু ৰাধাৰ কান্তি উজ্জ্বল হৈ পৰাৰ লগে লগে শিল্পীৰ মুখ-মণ্ডলৈ এটি ছায়া আহি পৰে। ঠিক যেন ৰ'দত উজ্জ্বল হৈ পৰা বালি এক খণ্ডত মাছৰ জাল এখন কোনোবাই পেলাই দিয়ে।

কাজী কটোৱালৰ দৰেই আৰু এটা অচিনাকি দল যেন আগবাঢ়ি আহিছে! আৰু কিছুদিনৰ পাচত এই অষ্টধাতুৰ মূৰ্তিসমূহ যেন যমুনাৰ বালিত পোত যাব। যেনেকৈ পোত গৈছিল সম্রাট আকবৰে চাব অহা হীৰা, চুনি, পান্নাৰে বন্ধোৱা অক্রুৰ ঘাট! চীৰ হৰণ ঘাট।

যিবোৰ ঘাট এতিয়া যমুনাৰ বালিত একো একো খণ্ড ৰঙা পাথৰ হৈ পৰি আছে। আঘোণ-পুহ মাহত যেতিয়া যমুনা 'চীৰহৰণ' ঘাট পাৰ হৈ বহু দূৰলৈ আঁতৰি যায় আৰু যেতিয়া এইবিলাক বুঢ়ী আইৰ মূৰৰ বগা চুলিৰ দৰে দেখা যায় তেতিয়াই এই ভগ্ন স্তূপসমূহ হেজাৰ বছৰ শুই থকা কঙ্কাল একোটাৰ দৰে সাৰ পাই উঠে।·· যমুনাৰ বালিত বিয়পি পৰে এক ৰুদ্ধ হাঁহাকাৰ। মৰা কাছৰ খোলা, দাহ কৰা সধবা তিৰোতাৰ লগত দিয়া আধা পোৰা 'উত্তৰীয়'ই বালিৰ পৰা মূৰ দাঙি উঠি সেই ৰুদ্ধ হাঁহাকাৰ দ্বিগুণে বৃদ্ধি কৰি তোলে।

আহিল নে সকলো? সোনকাল—কৰাইঁক—পশ্চিমত ডাৱৰ গোট খাইছে!

বঠাৰে পানীত কোব কেইটামান মাৰি এটা চপ্‌চপ্‌ শব্দ কৰি নাৱৰীয়া ল'ৰা কেইটাই নাওখন পাৰত লগালেহি।

গোট খোৱা মানুহজাকৰ মাজত কথা-বতৰা হ'ল—এৰা আৰু কোনোবা আহে নেকি?

আৰু এদল যাত্রী চীৰহৰণ ঘাটেৰে নামি আহিছে! কিন্তু সিহঁত আহি এইখিনি পাবলৈ অনেক সময় লাগিব। গতিকে সিহঁত আহি পোৱালৈ এইখিনি যাত্রী পাৰ কৰা যাব।

যাত্রীবোৰ এটি দুটিকৈ নাৱত উঠিল। যমুনাৰ পানী এতিয়া কুহুমীয়া। আকাশত ডাৱৰ থকা কাৰণে বৰণটো ক'লা দেখা গৈছে।

দেওঘৰী বাবাৰ চাংখন স্পষ্টতৰ হৈ আহিল। তেওঁৰ চাঙৰ তলত কিছুমান সৰু সৰু অস্থায়ী জুপুৰী সজা হৈছে। সেইবোৰত·

বাবাৰ শিষ্যসকল ঠাহ খাই আছে।: মাজে মাজে দুই এটাই উঠি গৈ যাত্ৰীবোৰৰ আলপৈচান ধৰিছে।...

'জয় যমুনাজীৰ জয়!' ধ্বনি কৰি সকলোৱে এটি এটিকৈ নাৱৰ পৰা নামিল।

ঢাৰীপাটি নাই, বহা দলিচাও নাই, একো নাই। সকলোৱে বালিতে বহিছে। বাবা চাঙৰ ওপৰৰ কোঠাটোৰ পৰা তেতিয়াও বাহিৰ ওলোৱা নাই। 'চৰৱতী ফল' আৰু 'টিলৰ গুজকৰ' টুকুৰা কিছুমান চাৰিওফালে সিঁচৰতি হৈ পৰি আছিল।

ঘাটোৱাল বুঢ়াই চিঞৰি উঠিল: দেখা দিয়া প্ৰভু!!—

সি ক'বলৈহে পালে বাকীবোৰেও চিঞৰি উঠিল: দেখা দিয়া প্ৰভু!!

দেখা বাবাই দিলে। সৰু খুপৰিটোৰ পৰা বাবা ওলাই আহিল। গাত ক্ষুদ্ৰ বস্ত্ৰও নাই। সম্পূৰ্ণ উলঙ্গ দেহ। তেওঁৰ জটাই কাণলৈ মাহৰ 'ৰাধাকুণ্ডৰ' মাটিৰ বৰণ লৈছে। চাঙৰ খুপৰিৰ পৰা ওলাই অহা বাবাক বন্য জন্তু এটাৰ দৰে লাগিল।

সকলোৱে আঠু ললে। তাৰ পাচত এটি এটিকৈ বালিৰ ওপৰত থিয় হৈ সকলোৱে দুখৰ কাহিনী শুনাব আৰম্ভ কৰিলে।

বাবাৰ শিষ্যবোৰে চালনী এখন লৈ প্ৰত্যেকৰ ওচৰলৈ গৈ 'ভেট' সংগ্ৰহ কৰিব ধৰিলে। চৰৱতী ফল, আৰু তৰমুজেই অধিক। জখলাৰে চাঙৰ ওপৰলৈ উঠি গৈ সিহঁতে চালনীখন বাবাৰ সম্মুখত থলে। আশীৰ্বাদ উচ্চাৰণ কৰি দেওঘৰী বাবাই সেইবোৰ চাঙৰ ওপৰৰ পৰা ভক্ত সকলক উদ্দেশ্য কৰি তললৈ দলিয়াব ধৰিলে।

যাত্ৰীবোৰে আগ্ৰহেৰে প্ৰসাদ বুটলিব ধৰিলে। এইখিনি সময়ত বাবাই লজ্জা ঢাকিবৰ কাৰণে পশুৰ ছাল এখন ব্যৱহাৰ কৰিছিল। ...তেওঁ যেতিয়া চাঙৰ খুপৰিৰ ভিতৰ সোমোৱাৰ আয়োজন কৰিলে ঠিক এনে সময়তে এক প্ৰচণ্ড বিননিয়ে অকল বাবাকেই নহয় সমজুৱা গোটেইখিনি মানুহক চমকিত কৰি তুলিলে।

সকলোৱে চকুত পৰিল কঙ্কালসাৰ বুঢ়া এটাই চাঙৰ খুটা এটা ধৰি থিয় হৈ আছে।

সমজুৱাৰ মাজত গুণ্‌গুণনি উঠিল: এইটো ৰামগোপাল মন্দিৰৰ ঠোঙা বন্ধা বুঢ়াটো দেখোন। কি হৈছে তাৰ? কৰ্কট ব্যাধি।

সমজুৱাৰ মাজৰ কোনোবা এটাই চিঞৰি উঠিল: এৰা কৰ্কট ব্যাধি !!

তমালৰ ঠোঙা বন্ধা বুঢ়াই আকৌ চিঞৰি উঠিল: প্ৰভু মোৰ ল'ৰা-ছোৱালী মানুহ হোৱা নাই, মই মৰাৰ পাচত সিহঁত বঙ্গীৰ 'ভিখাৰীৰ' শাৰীত থিয় হ'ব লাগিব।

শেষৰ পিনে ঠোঙা বন্ধা বুঢ়াই বালিত লুটি খাই পৰি হাও-হাওকৈ কান্দিব ধৰিলে।

দেওঘৰী বাবা মৌন হৈ পৰিল। বাবাৰ এই মৌনতাই সকলোৱে হৃদয়ত এক শুকান স্পৰ্শ সানি দিলে। বাবাই চুকত পৰি থকা অৱশিষ্ট 'চৰৱতী' ফল কেইটামান মানুহটোৰ গালৈ দলিয়াই দিলে।

এয়ে বহুত! ঠোঙা বন্ধা বুঢ়াৰ বাবে এয়ে বহুত। বালিত মূৰ থৈ ধেমুভিৰীয়া হৈ সি বাবাক প্ৰণাম কৰিলে। এইবাৰ দেওঘৰী বাবাই খোৰোঙত সোমাব খোজোতেই আৰু এটা আৰ্তনাদে তেওঁক উভতি চাবলৈ বাধ্য কৰালে—

সৌদামিনীৰ বিস্ময়ৰ বাকী নেথাকিল। এয়া অনুপমা।

শুনক প্ৰভু আপুনি এতিয়া' যাব নোৱাৰে, মোৰ আৰ্জি আপুনি শুনি যাব লাগিব।

ভক্তজাকৰ মাজৰ পৰা উঠি গৈ তেওঁ এক অনন্য মূৰ্তি ধাৰণ কৰিলে। চকু ৰঙা পৰিল। উত্তেজনাত তেওঁ ঠক্‌ঠককৈ কঁপিব ধৰিলে। সৌদামিনীৰ পিনে আঙুলিয়াই তেওঁ চিঞৰি উঠিল: প্ৰভু মোৰ বাবে মই একো বিচৰা নাই এই ছোৱালীজনীৰ দায়িত্ব লওক? এটা জীৱন মোৰ লগত সাঙোৰ খাই পৰিল আৰু মই যদি ভালদৰে পথ দেখুৱাব নোৱাৰো···মোৰ ভয় হৈছে প্ৰভু! মই ভয়ত পেঁপুৱা লাগি আছিছো।

সমজুৱাৰ মাজত গুণ্‌গুণনি আৰম্ভ হ'ল: বিধৱা নেকি? এৰা বিধৱা। বেচেৰী বহুদূৰ অকলে যাব লাগিব। ব্ৰজভতো বাং কুকুৰ আৰু কুকুৰনেচীয়াৰ সীমা নোহোৱা হৈছে।

: মনে মনে থাকা সৌৱা বাবাই আশীৰ্বাদ দিছে।

বাবাই ক'লে: তাই এজাক কুকুৰনেচীয়াৰ মাজত আছে। সেইটো কোনো কথা নহয়। সীতাৰ কথা মনত পৰে নে? তেৱো ঠিক এনেদৰে এজাক কুকুৰনেচীয়াৰ মাজত আছিল···কোনোৱাই জানো তেওঁৰ চুলি এডালো লবাৰ পাৰিছিল!! নিজেই নিজৰ সখা, শত্ৰু আৰু স্নেহময়ী জননীও। যোৱা পশ্চিমত সৌৱা ভাৱৰ গোট খাইছে, নাৱৰীয়াইঁত উভতি যোৱাৰ সময় হৈছে। যোৱা উভতি যোৱা।

মানুহবোৰে আঠু ললে। তেওঁলোকৰ কপাল আৰু চুলি ধূলিৰে পূৰ্ণ হ'ল।

নাৱত উঠাৰ সময়ত সৌদামিনীয়ে উভতি চালে। সকলোবোৰেই আছিছে। দেওঘৰী বাবাই তেওঁৰ শিষ্যবোৰৰ লগত চাঙৰ ওপৰৰ খোৰোঙটোত সোমাইছে।

দ্বিতীয়বাৰ সৌদামিনীয়ে উভতি চাই দেখিলে দেওঘৰী বাবাৰ চাঙৰ খুটাত ধৰি এটি প্ৰাণী থিয় হৈ আছে।

এৰা সেয়া 'অষ্টধাতুৰ' বৃদ্ধ শিল্পী চন্দ্ৰভানু ৰাকেশ। বতাহত গাৰ কাপোৰবোৰ গাত লিপিট খাই তেওঁক অতি ক্ষীণ আৰু বেমাৰীৰ দৰে দেখা গৈছে।

: ৰাকেশ উভতি আহা।

মানুহজাকৰ মাজৰ পৰা কোনোবা এটাই চিঞৰি উঠিল; শিল্পীয়ে কিন্তু উভতিও নেচালে।

: আহা পাচলৈ নাও নেপাবা! কোনোবা এটাই কৌতুক কৰি কৈ উঠিল: তেওঁ সাঁতুৰিব জানে!

ৰাকেশে কিন্তু লৰচৰ নকৰিলে। আন এটি যাত্ৰীয়ে কৈ উঠিল: আজি কিছুদিনৰ পৰা শিল্পী গৰাকীক যথেষ্ট অন্যমনস্ক যেন দেখা

গৈছে।…মনত পৰে নে আপোনালোকৰ 'হাবেথাওৱালা' বাবাৰ মৃতদেহটি যেতিয়া চতুৰ্দোলত আনি যমুনাৰ বালিত থোৱা হৈছিল তেতিয়া বাবাৰ শিষ্যবোৰে ভিক্ষাৰীৰ দলটোৰ মাজত তাম আৰু ৰূপৰ মুদ্ৰা দলিয়াব আৰম্ভ কৰিছিল।…আপোনালোকৰ মনত পৰে নে এইজনা শিল্পীয়ে 'চীৰহৰণ' ঘাটত বহি—হাবেথাওৱালা বাবাৰ মৃতদেহ আৰু মুদ্ৰাৰ বাবে নিজৰ মাজত থোৱা-কামোৰা কৰি থকা ভিক্ষাৰীৰ জাকটিৰ ছবি এখন আঁকিছিল। কচাইৰ চুৰনিত ছাগলীৰ ভোঁহ এটি লৈ টনা-আজোৰা কৰি থকা সেইজাক যেনিবা শগুণহে আছিল। বৰ বীভৎস আছিল ছবিখন—মই সেইখন তেওঁক ফালি পেলাবলৈ উপদেশ দিছিলো।

: কি যে বীভৎস আছিল সেইখন ছবি!

আন এগৰাকীয়ে ক'লে: আজিকালি তেওঁৰ দোকানত গ্ৰাহক নোহোৱাৰ নিচিনা। লক্ষ্য কৰিছেনে একোটা মূৰ্তি চুৰুকি থাকোতে আজিকালি কিমান সময় অতিবাহিত কৰে?

: 'অষ্টধাতুৰ' শিল্পৰ বজাৰ বেয়া এতিয়া। অকল জানো শিল্পী ৰাকেশৰ এই অৱস্থা? বেছিভাগৰেই দেখোন ঘৰত চাল নাই! আহা তেওঁলৈ বৈ থকা আৰু সম্ভৱ নহয়। বতৰ ভাল নহয়।

মানুহবোৰ এটা এটাকৈ গৈ নাৱত উঠিল। এক অবুজ কষ্ট অনুপমাৰ বুকুত ছটফটাব ধৰিলে। দেওঘৰী বাবাই মাথো মৈথিলীৰ কাহিনী ক'লে। পৃথিৱীত অনেক অজস্ৰ মৈথিলীৰ জন্ম হৈছিল। অনেক মৈথিলীৰ কাহিনীয়ে ব্ৰজৰ মাটি প্লাবিত কৰি ৰাখিছে।

ইমান সোনকালে বৰষুণ আহিব বুলি কোনেও ভবা নাছিল। বতাহ বাঢ়ি আহিল। দুই এজনে কৈ উঠিল—"কেশী ঘাটলৈ যোৱাৰ প্ৰয়োজন নাই বংশী বটত নাও বান্ধা।

যমুনাৰ বালিত শব্দ কৰি বৰষুণৰ টোপাল পৰিব ধৰিলে।

'বংশী বটৰ' ঘাটত নাও লাগিল। মানুহবোৰে নাৱৰ পৰা নামি দৌৰিব ধৰিলে। কাকো কোনেও চোৱাৰ আৰু সময় নাই। দুয়ো মাক-জীয়েক আহি বংশী বটৰ এটি ভগ্ন দালানত আশ্ৰয় ল'লে।

দেওঘৰী বাবাৰ চাং অদৃশ্য হৈ পৰিল। বৰষুণৰ পৰ্দাই সকলোবোৰ ঢাকি একাকাৰ কৰি পেলালে। দালানৰ এচুকত কেইটামান ভক্তৰ লগত বহি থকা বলভদ্ৰ আথৰাৰ ঘাটোৱালটোৱে কৈ উঠিল : বৰ অবতৰত আহিল বৰষুণজাক।

আন এটাই কৈ উঠিল : ভালেই হৈছে দেখা নাছিলানে মাটিবোৰ কেনেকৈ শুকাইছিল।

এইবাৰ তেতিয়া হ'লে যমুনাৰ বালিত তৰমুজৰ খেতি বেচ ভাল হ'ব।

এইবাৰ তৰমুজ খাই 'ৰাধেশ্যাম' কৰা বুঢ়ীবোৰে পেট ভৰাব।

এৰা এক পইচাত যেতিয়া কুৰিটাকৈ তৰমুজ উঠিব তেতিয়া সিহঁতে আন বস্তু খাব বাদেই দিব। ·····

ঠিকেই কৈছা তুই এজনীয়ে সেইবোৰ খাই 'শাহজী' মন্দিৰত চিৰিত নাইবা 'লালাজীৰ' মন্দিৰৰ সমুখত নাইবা সকলোৱে ভালদৰে চাব পৰা কালীয়াদমন ঘাটৰ চিৰিত বহিয়াই বহিয়াই মৃত্যুৰ বাবে বাট চাব।

মৰাশ', এপিনে পৰি থাকোতেই দুটা দলৰ মাজত আইহঁতৰ জমা টকা লৈ—গুৰিওৱাগুৰি লাঠী কিল চলি থাকিব। কেতিয়াবা দুই-এটা গোৰ আহি মৰাশ'ৰ গাত পৰা মই এই নিজ চকুৰে দেখিছো। এই বুলি কৈ বলভদ্ৰ আথৰাৰ ঘাটোৱালে এটা হুমুনিয়াহ এৰিলে—

এৰা কি যে হৈছে ব্ৰজত! এই ধাম যে জগতৰ সাৰ······জগতৰ মৰ্মস্থান!!

ময়দাৰ বস্তাৰ দৰে কুচি মুচি বহি থকা মানুহ কেইটাই এইবাৰ ঢেক্ ঢেকাই হাঁহিব ধৰিলে।

বৰষুণ এৰিল। দেওঘৰী বাবাৰ চাংখন এইবাৰ স্পষ্ট দেখা গ'ল। এটা এটাকৈ ভঙা দালানটোৰ পৰা মানুহবোৰ খুপি খুপি বাহিৰলৈ ওলাই আহিল।

## ॥ চাৰি ॥

গোপীনাথ বজাৰৰ সোঁমাজত আছিল বিহাৰীমোহন কুঞ্জ। ইয়াত আছিল এটা প্ৰাচীন মন্দিৰ। মন্দিৰৰ গাতে লগা আছিল এটি পুৰণি দালান। বিহাৰীমোহন কুঞ্জৰ সমুখত আছিল ৰহস্যময় 'হাড়াবাৰী'। হাড়াবাৰীৰ দুৱাৰখন আছিল এখন সাধাৰণ কাঠৰ দুৱাৰ। কিন্তু দুৱাৰ খুলি ভিতৰ সোমাই গ'লে ভাব হয় সেয়া এখন অন্য ৰাজ্য। ইয়াত আছে ৰাধা দামোদৰৰ মন্দিৰ। আৰু অনেক খুপৰি। পাৰৰ বাহৰ দৰে এই খুপৰিত খেৰ-কুটা গোটাই বাহ লৈছিল 'ৰাধেশ্যাম' কৰি খোৱা জীয়ন্ত কঙ্কাল স্বৰূপ এজাক বিধৱা 'ৰাধেশ্যামীয়ে'। বিহাৰীমোহন কুঞ্জৰ মন্দিৰৰ পূজা আলমগড়ৰৰ পূজাৰী এগৰাকীয়ে চলাইছিল। তেওঁক মানুহে আলমগড়ী বুলিয়ে মাতিছিল। মন্দিৰ চলোৱাৰ পূৰ্ণ স্বাধীনতা পাই আলমগড়ীয়ে তাৰ সদব্যৱহাৰ কৰিছিল। মানুহে কয় শেষলৈ আলমগড়ীয়ে মূৰ্তিৰ সোণৰ অলংকাৰতো হাত দিছিল। কিন্তু ইতিমধ্যে বৃন্দাবনৰ সেই ডেকা ঠেকছিগা ল'ৰাৰ জাকটো তেওঁৰ পিচত লাগিছিল। আবেলি সিহঁতে মন্দিৰৰ সমুখৰ চাহৰ দোকানত আড্ডা দিব আৰম্ভ কৰিছিল আৰু শীতৰ দিনত মন্দিৰৰ চিৰিত বহি 'তিলৰ গোজক' চোবাইছিল।

ইতিমধ্যে এইটো দলে ব্ৰজমণ্ডলত কেইটামান নোহোৱা নোপজা কাম কৰিছিল। চৌৰাগীৰ মন্দিৰৰ গোসাঁইৰ 'কমৰ বন্ধনী' চুৰ কৰা লগুৱা এটাক বেত্তিয়া বজাৰৰ গহনাৰ দোকানৰ এটাইবোৰ লোহাৰ 'কমৰ বন্ধনী' ডিঙিত আৰি দি সুসজ্জিত গাধৰ পিঠিত তুলি চুঙ্গি, মণ্ডি বনখণ্ডিৰ জনবহুল আলিত শোভাযাত্ৰা কৰাই ফুৰিছিল, বৃন্দাবনৰ গোটেই জাক ল'ৰা-ছোৱালী আনকি 'কুৱা পূজা' কৰিব যাওঁতে সন্তানসম্ভৱা তিৰোতাৰ লগত যোৱা নপুংসকৰ দলটিয়েও শোভাযাত্ৰাৰ পিচে পিচে চিঞৰ-বাখৰ কৰি গৈছিল।

মন্দিৰৰ চিৰিত থিয় হৈ আলমগড়ীয়ে ভোৰভোৰাইছিল: চব জহন্নামে গৈছে! চাল্লাহঁত জহন্নামে গৈছে !!

সেইদিনাৰ পৰা অৰণ্যে আলমগড়ীৰ মনত এটা ভয় সোমাইছিল।

মন্দিৰৰ চিৰিত বহি 'ভিলৰ গোজক' খাই থকা ল'ৰাজাকক তেওঁ প্ৰসন্ন কৰি ৰখাৰ ইচ্ছা কৰিছিল।

শশীপ্ৰভা নামৰ কম বয়সীয়া বিধৱা এগৰাকীয়ে আলমগড়ীক মন্দিৰৰ কামত সহায় কৰি দিছিল। শেষলৈ তাই আলমগড়ীৰ লগত একেটা কোঠাত থাকিব আৰম্ভ কৰিছিল। এই লৈ অৱশ্যে চিৰিত বহি 'গোজক' খাই থকা ল'ৰাজাকক ভয় কৰিবলগীয়া আলমগড়ীৰ কোনো কাৰণ নাছিল। কেইবাটিও পূজাৰীয়ে এনেকৈ বিধৱা তিৰোতা ৰাখিছে। মৰাৰ সময়ত দুজনীমানে নিশ্চিন্ত হৈ মৰিছে। কাৰণ সিহঁতৰ 'উদক ক্ৰীয়া' পূজাৰীহঁতে কৰিছে।

আলমগড়ীয়ে এইদৰে একপ্ৰকাৰ নিশ্চিন্ত হৈয়ে দিন কটাইছিল। লাহে লাহে অৱশ্যে তেওঁৰ সান্দহ খোৱা বালি তল পৰি আহিল। এদিন আকস্মিক ভাৱেই এটা অঘটন ঘটিল। ৰাতি তেতিয়া মন্দিৰ আৰু বজাৰ হাটৰ দুৱাৰ বন্ধ হৈছিল। আলিৰ বুকুত শোৱাবোৰো ইতিমধ্যে শুই পৰিছিল। মাথো মন্দিৰৰ সমুখৰ ভাঙৰ দোকান-খনত এটি ক্ষীণ পোহৰ দেখা গৈছিল। আলমগড়ৰৰ পূজাৰীৰ অৱশ্যে টোপনি অহা নাছিল। তেওঁৰ ওচৰৰ খাটিয়া এখনত বৰ নিশ্চিন্ত মনে শশীপ্ৰভা শুই আছিল।

ঠিক এনে সময়তে শুনা গ'ল ঘোঁৰাৰ খুৰাৰ শব্দ, টাঙ্গাৰ চকাৰ ঘেৰ্ ঘেৰণি। এই শব্দ আহি তেওঁৰ দুৱাৰ মুখত ৰ'লহি। আলমগড়ীয়ে খিৰিকি খুলি তললৈ চালে, হয় এখন টাঙ্গা তেওঁৰ ঘৰৰ ওচৰত ৰৈছেহি। 'হাৰিক্যান'টোৰ মুমাৰ ধৰা ফিটাডাল তেওঁ বঢ়াই দিলে আৰু খপ্ জপকৈ তেওঁ তললৈ নামি আহিল। লেম্পটি মানুহজনৰ মুখৰ আগত দাঙি ধৰি আলমগড়ীৰ বিস্ময়ৰ সীমা নেথাকিল এয়া 'বিহাৰী কুঞ্জৰ' বৰ্ত্তমানৰ অধিকাৰী বৃদ্ধ কৃষ্ণকান্ত ঠাকুৰ। মানুহে তেওঁক ঠাকুৰ চাহাব বুলিয়ে জানে। আৰু এয়া, এয়া—ঠাকুৰ চাহাবৰ ছকুৰি বছৰীয়া অবিবাহিত জীয়েক মৃণালিনী আৰু এয়া পথৰ ভাগৰত মুমূৰ্ষ হৈ অহা ঠাকুৰ চাহাবৰ মানসিক ৰোগগ্ৰস্তা পৰিবাৰ। তেওঁলোকৰ মুখবোৰ এনে ধৰণে শুকাই আহিছিল যে

দেখিলে ভাব হয় যেন এইটি এটি প্ৰেতাত্মাৰ দল মাজৰাতি আহি হাজিৰ হৈছেহি।

আলমগড়ীয়ে মৃণালিনীক সুধিলে: আইদেউ খবৰ নিদিয়াকৈ যে আহিলা?

সেইবোৰ কথা পাচত কম আগেয়ে দেউতাক ধৰক। তেওঁ যোৱা দহ বছৰ বিছনাত পৰি আছে। আজিকালি তেওঁ চকুৰে একেবাৰেই নেদেখে।

দুয়ো ধৰা-মেলা কৰি তেওঁক টাঙ্গাৰ পৰা নমালে। টাঙ্গাৰ পৰা এইদৰে নামোতে ঠাকুৰ চাহাবৰ আঠু ছুটাই শব্দ কৰাৰ দৰে শুনা গ'ল। শশীয়েও ইতিমধ্যে সাৰ পাই উঠিছিল। তাই খাটিয়াখন টানি আনি মজিয়াত পাৰি দিলে। মালবস্তু ভিতৰত সুমুৱাই টাঙ্গাৱালাক বিদায় দি মৃণালিনী আহি ভিতৰ সোমাল। আলম-গড়ীয়ে সুধিলে: আজি তেতিয়া হ'লে গাড়ী বৰ পলমকৈ আহিল?

খোৱা-বোৱা পিচে?

নাই খোৱা-বোৱাৰ আৰু প্ৰয়োজন নাই।

: তেতিয়া হ'লে গৰম চাহ একোটোপাকে খাই গা'বোৰ গৰম কৰি লোৱাহঁক!

মৃণালিনীয়ে মুখ-হাত ধুবলৈ নাদৰ পিনে আগবাঢ়ি গ'ল। শশীয়ে সুমাই যোৱা 'বোখাৰিত' গোবৰৰ নতুন কাণ্ডা কিছুমান ঢালি দিলে।

মুখ-হাত ধুই মৃণালিনী শশীপ্ৰভাৰ ওচৰতে বহিলহি।

তোমাৰ নামেই বোধহয় শশীপ্ৰভা? তোমাৰ হাতেৰে মন্দিৰত ভোগ দিয়াৰ কথা বাৰণ কৰি এবাৰ কোনোবাই দেউতালৈ এখন চিঠি দিছিল। দেউতাই চকুৰে দেখা নেপায়; ময়ে সকলো কৰিব লাগে। এই মানুহজাল লৈ মোৰ অৱস্থা এতিয়া ভালুকৰ সাঙীৰ দৰে।

শশীপ্ৰভাৰ চকু থিয় হ'ল। তাই অৱশ্যে মুখেৰে একো নক'লে। ইতিমধ্যে আলমগড়ীও আহি বোখাৰিৰ ওচৰত বহিল। আইদেউ এইবাৰ তোমালোকে তেতিয়াহ'লে কিছুদিন থকাকৈ আহিলা?

: কিছুদিন মহয় একেবাৰে থকাকৈ আছিছো। ঘৰৰ জালফলাকুটি কেইপদ বেচি খৈ আছিছো। আমাৰ অৱস্থাৰ কথা শুনা নাই জানো ?

: শ্ৰীধামলৈ অহা মানুহবোৰৰ মুখে কেতিয়াবা শুনো। পিচে ককায়েৰা ছুটা ?

: আপুনি দেখোন জানিও নজনাৰ দৰে কৰিছে ? ডাঙৰটো "মৌলানাপুৰৰ" দুৰ্ঘটনাৰ সময়ত গুলি খাই মৰাৰ কথা আপুনি নেজানে ? লগৰ জাকে আন্ধাৰত গা-ঢাকি আছি এদিন কৈ গ'ল 'পাৰ্টিৰ' নামত সি হেনো গুণ্ডামিহে কৰিছিল। তাক মৌলানাপুৰৰ আলিত গুলি কৰি পেলাই থৈ যোৱাৰ পাচত মইহে চিনাক্ত কৰিব লগীয়া হ'ল। সেই কেইটা দিনৰ কথা আৰু নকৰ !!

: দিয়া শশী চাহ দিয়া।

কথা শুনি শশীৰ বিস্ময়ৰ সীমা নাছিল। তাই চাহ কৰিব এৰি মৃণালিনীৰ মুখৰ পিনে চাই আছিল।

: শুনিছিলো সৰু ল'ৰাটিয়েও ঠিক ৰাস্তা লোৱা নাই ?

: সিও একে পাৰ্টিতে আছে। ৰাতিৰ আন্ধাৰত গা-ঢকা দি কেতিয়াবা সি আহে। আহিলেও সি এটা বাক্স হৈ আহে। পেটে পিঠিয়ে লাগি কি যে এক অদ্ভূত ৰূপ লৈ আহে। তাৰ খাওঁ খাওঁ মূৰ্তি দেখিলে মোৰ পেটত হাত-ভৰি লুকুৱাৰ উপক্ৰম হয়। আমাৰ তিনিওৰে ভাগৰ সমুদায় ভাত তাৰ কাঁহীত দি মই কুচিমুচি তাৰ ওচৰত থিয় হৈ থাকো। খাই থকাৰ সময়ত সি কয়: আৰু বেচি দিন নাই। এটা প্ৰচণ্ড বিপ্লৱ হ'ব। অলেখ মানুহ মৰিব। বাইদেউ তই জীৱনত একো নেপালো বুলি আৰু দুখ নকৰিবি। তোৰ সৌভাগ্য এয়ে যে তই কিজানি বিপ্লৱ দেখা পাৱ। মোৰ বোধেৰে নিশ্চয় তই বিপ্লৱ দেখা পাবি।

শুনক আলমগড়ৰ বাপু—মোৰ কেতিয়াবা ভাব হয় সি মানুহ মাৰি আহিব।

মৃণালিনীৰ মুখ বিবৰ্ণ হ'ল। কোৱাবিৰ ছয়ো কাষৰ ৰেখা

ছুভাল স্পষ্ট হৈ পৰি তেওঁক যথেষ্ট বয়সস্থ তিৰোতাৰ দৰে দেখা গ'ল। পৃথিৱীত যেন সকলোতকৈ এইটোৱেই তেওঁৰ ডাঙৰ ভয়। তাৰেকে নৰহত্যা কৰাৰ ভয়।

শশীয়ে উঠি গৈ ঠাকুৰ চাহাব আৰু তেওঁৰ পৰিবাৰক চাহ দি আহিলগৈ।

তেওঁলোক তিনিও একেলগে বহি চাহ পিব ধৰিলে। কিছু সময়লৈ তিনিও কোনো কথা-বতৰা কোৱা নাছিল।

মৃণালিনীয়ে চাহৰ গিলাচত সোহা মাৰি শশীৰ মুখলৈ চাই আছিল। কম বয়সীয়া ছোৱালী। মুখখনো বেচ মৰম লগা। আৰু এই আলমগড়ৰৰ পূজাৰীৰ লগত আকাশ-পাতাল প্ৰভেদ।

পূজাৰীয়ে তিনিওটা গিলাচ একে ঠাইতে থৈ ক'লে: এতিয়া শোৱাৰ বন্দৱস্ত এটা কৰিব লাগিল। মই ওপৰতে থাকিম। শশীৰ মজিয়াত পৰি থকা অভ্যাস আছে। আমাৰ কোঠাটো সাৰি মচি থোৱা আছে। তদুপৰি ৰাতি পুৱাবলৈও আৰু বেছি সময় নাই নেকি?

: মোৰ আৰু শোৱাৰ ইচ্ছা নাই। বুঢ়া-বুঢ়ীহালৰ বন্দৱস্ত এটা হ'লেই হ'ব। 'শৃঙ্গাৰ বটৰ' মন্দিৰৰ ঘণ্টা বজাৰ সময় হ'ল।

শশীয়ে ক'লে: মোৰো আৰু শোৱাৰ ইচ্ছা নাই। আথৰাৰ ঘাটোৱাল যমুনাৰ পাৰত বহাৰ সময় হ'ল। সি কুহুৰ কুহুৰকৈ কাহি থোৱা মই অথনিয়ে শুনিলো।

: তোমাৰো তেতিয়া হ'লে যমুনালৈ যোৱাৰ সময় হ'ল। ভালেই হ'ল মযো তোমাৰ লগতে গৈ গা'টো তিয়াই আহিমগৈ। দিয়াচোন চাকিটো দিয়া। এই কেইবছৰৰ ভিতৰত মই আকৌ ভিতৰ-বাহিৰ চব পাহৰিলো।

চাকি লৈ মৃণালিনী বাহিৰৰ পিনে ওলাই গ'ল। এয়া শিলেৰে বন্ধোৱা নাদ আৰু একেবাৰে ওপৰৰ মহলাবোৰলৈ উঠি যোৱা ভগ্ন চিৰি আৰু এই নিমজোপা? এৰা এই বুঢ়া ধোঁৱা নিম জোপাই বহু ঠাই আগুৰিছে। আকাশত তৰাৰ পোহৰ ম্লান হোৱা নাই।

ৰাতিপুৱাবলৈ বাক বহুত সময় থাকিল নেকি? এবাৰ শুই

সোমাহেঁতেন ভাল আছিল নেকি? হলেও টোপনি অহা অসম্ভৱ কথা। কিছুদিনৰ পৰা কিবা এটা ভয় সোমাইছে মৃণালিনীৰ মনত। অসহায়ৰ দৰে ভাৱ এটাইও কিছুদিন ধৰি তাইক যথেষ্ট কষ্ট দিছে। নিজকে তাইৰ ভাৰ কঢ়িওৱা গাধৰ দৰে লাগিছে। মুখ বেঁকেচা খাই তেজ বটিয়াই কোনোবা দিনা মাজ বাটতে তাই যেন বাগৰি পৰিব।

কুঁৱাটোৰ দক্ষিণ পিনেও কিছুমান খুপৰি আছিল। ছটকাৰ পৰা পাঁচ টকালৈ ভাড়া দি তাত 'ৰাধেশ্যাম' কৰা বুঢ়ী কেইজনী মানে আৰু 'মাধুকৰী' ( ভিক্ষা ) কৰি খোৱা কেইটামান বৈষ্ণৱে বাহ লৈছিল। মৃণালিনীয়ে চাকিটো দাঙি চালে। দুৱাৰবোৰ বন্ধ হৈ আছে। বুঢ়ী এজনীৰ কাহ শুনা গ'ল। সিহঁতবো "ৰাধেশ্যাম" আছে। বেছি সময় সিহঁতে শুই থাকিব নোৱাৰে। চাকিটো দাঙি মৃণালিনীয়ে একেবাৰে শেষৰ খুপৰিটোলৈ চালে। যোৱাবাৰ আহোঁতে তাই যথেষ্ট বয়সীয়া বুঢ়ী এজনীক তাত বাস কৰা দেখিছিল। তাই ইমান বেছি বুঢ়ী আছিল যে যমুনাত গা ধুব যাওঁতে দুজনীমানে ধৰি ধৰিহে নিছিল। অথচ "ৰাধেশ্যাম" কৰি আহি তাই খাটিয়াৰ ওপৰত বহি অভাগী সতীৰ কাহিনী কৈছিল, লাখপতি বজাৰ লগত সহগামী হোৱা তিনিশ সতীৰ কাহিনী কৈছিল। আৰু কৈছিল বৃন্দাবন উদ্ধাৰ কৰা গোস্বামী সকলৰ কাহিনী। মীৰাবাঈ, বল্লভাচাৰ্য, ৰূপ সনাতন, মানসিং, ভক্ত হৃদয়া ৰাজপুতনীৰ অলেখ কাহিনী।

মৃণালিনীৰ মনত আছে বুঢ়ীৰ এটি পোহনীয়া ভাটৌ আছিল। বেতিয়াই কথাৰ মাজত ভাটৌটিয়ে খিকখিকাই হাঁহিৰ ধৰে তেতিয়াই তেওঁ কথা সামৰি থৈছিল।

অলপ আগবাঢ়ি গৈ মৃণালিনীয়ে চাকিটো দাঙি ধৰিলে। এৰা এইটোৱেইতো বুঢ়ীৰ 'খুপৰি'। মৃণালিনীয়ে চমক খাই উঠিল। সামৰে ধৰা ভয় দুৱাৰখন মেল খাই আছে।

শশীৰ কণ্ঠ মৃণালিনীয়ে শুনিলে : বাইদেউ আন্ধাৰে-মুন্ধাৰে তাত কি কৰিছে। আহক আমাৰ যাবৰ সময় হ'ল।

: বুঢ়া বুঢ়ীহালৰ শোৱাৰ ব্যৱস্থা হ'ল জানো ?

: পূজাৰীয়ে কৰিলে সেইবোৰ। মৰো খাটিয়া এখন ওপৰৰ পৰা ধৰা-মেলা কৰি নমাই দিলো। আহক "ৰাধাঅষ্টমীৰ" সময় যমুনাত ভাল ঠাই পোৱাই টান হ'ব।

: ৰ'বা মই কাপোৰখিনি উলিয়াই দিওঁ তুমি একেলগে বান্ধি লোৱা। চাকিটোও নিব লাগিব যেন পাইছো। গলিবোৰত সেখোন ভয়ংকৰ আন্ধাৰ।

: নেলাগে, শৃঙ্গাৰ বটেৰে গ'লেহে চাকি লাগিব। আমি 'কেশী' ঘাটেৰে নামিব পাৰিম।

দুয়ো যেতিয়া গোপীনাথ বজাৰৰ আলিৰে গৈ সিদ্ধিয়াৰ দেৱালয়ৰ গলিত উঠিল, তেতিয়াও পোহৰ হোৱা নাই।

: কিন্তু যেতিয়া দুয়ো আহি ঘাটৰ ওচৰৰ বটজোপা পালে এই খিনিৰ কিছু সেমেকা পোহৰত দুয়োকো দুটি প্ৰেতাত্মাৰ দৰে দেখা গ'ল। ইতিমধ্যে যমুনাৰ বালিত গোট খোৱা লঠৰা মূৰা বিধৱাৰ দল এটিকো ঠিক এনে ধৰণৰ প্ৰেতাত্মাৰ দল যেন ধাৰণা হ'ল।

: ৰ'ব বাইদেউ এইখিনি সাৱধানে নামক। এইখিনিতে এটুকুৰা বৰ সাংঘাতিক ঠাই আছে।

: সাংঘাতিক মানে ?

: যমুনাৰ এইখিনি পানীক মানুহে দেওলগা পানী বুলি কয়। ইয়াত বহুত মানুহ মৰিছে। মাত্ৰ দুদিন আগতে বৰসানাৰ মন্দিৰৰ মালিনীজনী মৰিছে। কাহুই খাই তাইক যে কি এটা অৱস্থা কৰিছিল বৰ্ণাব নোৱাৰি।

: ৰ'বা তেতিয়াহ'লে অলপ দূৰে দূৰে যোৱা।

: নাই বাইদেউ ভয় কৰিব নেলাগে এই পুৰণা অৰ্জুন গছ জোপাৰ শিপাবোৰ কেনে ধৰণে বাহিৰলৈ ওলাই আহিছে দেখিছে নহয়। এইপিনে আপুনি খুপি খুপি আহক···সেই ভয় লগা পানী-খিনি আমি এৰি আহিছো। আহক।

দুয়ো বালিত নামিল। বালিত খোজ কাঢ়িবলৈ এতিয়া বেচ আৰামদায়ক হৈ পৰিছে। যমুনা নীৰৱ।

ঃ বাইদেউ এইখিনিয়ে ভাল হ'ব।

উত্তৰলৈ অপেক্ষা নকৰি শশীয়ে কাপোৰ খুলিব ধৰিলে। শেষলৈ তাইৰ গাত পাতল চাদৰ এখনৰ বাহিৰে একো নেথাকিল।

ঃ বাইদেউ আপোনাৰ পানীত নামিবলৈ নিশ্চয় ভয় লাগিব। আহক মই আপোনাক ধৰি ধৰি লৈ যাওঁ।

মৃণালিনীয়ে উত্তৰ দিয়াৰ আগেয়ে শশীপ্ৰভাই অৰ্ধনগ্ন দেহেৰে তাইক সাবটি ধৰি পানীলৈ টানি নিব খুজিলে।

সেই স্পৰ্শত মৃণালিনীয়ে ভূত দেখা মানুহৰ দৰে চকখাই উঠিল।
ঃ চাওঁ তুমি তেনেদৰে মোক নুচুবা। এতিয়া পোহৰ হোৱাৰ সময় হৈছে—তুমি ভালদৰে কাপোৰ পিন্ধি পানীত নামা।

ঃ কিয় বাইদেউ। ৰাতিপুৱাবলৈ আৰু বহুত সময় আছে। মই সদায়ে এনেকৈ গা ধুই আহিছোঁ। কাপোৰ-কানিৰো মোৰ যথেষ্ট অভাৱ।

আন্ধাৰৰ মাজতো মৃণালিনীয়ে তাইৰ সেই বিস্ময়কৰ যৌৱন বৰ স্পষ্টকৈয়ে দেখা পালে। শেষ হৈ যোৱা কুৰি বছৰ আগৰ নিজৰ দেহৰেই যেন প্ৰতিবিম্ব সেয়া। এক শীতল অনুভূতিয়ে তাইৰ দেহটোক এটুকুৰা কাঠ কৰি থৈ গ'ল।

স্খলিত কণ্ঠেৰে মৃণালিনীয়ে চিঞৰি উঠিল: পিন্ধা পিন্ধা ভালদৰে কাপোৰ পিন্ধি পানীত নামা নহ'লে সোঁ দুৰলৈ গৈ গা ধোৱাগৈ ··মোক অকলে গা ধুব দিয়া। কি চাই আছা—যোৱা মোক অকলে গা ধুব দিয়া।

শশী আঁতৰি গ'ল আৰু দূৰৈৰ পৰা তাই কিছু সময় মৃণালিনীলৈ চাই থাকিল। ইয়াৰ পাচত তাই আৰু সহজ হ'ব নোৱাৰিলে।

তাই পানীত নামিল।

এইখিনি সময়ত যমুনাৰ পানী কুহুমীয়া হৈ থাকে। আনদিনা হোৱা হ'লে শশীয়ে অনেক সময় সাঁতুৰি-নাদুৰি থাকিলেহেঁতেন।

আৰু 'শৃঙ্গাৰ বটৰ আৰত্তিৰ ঘণ্টা বজাৰ লগে লগে তাই প্ৰানীৰ পৰা উঠি আহিলহেঁতেন। আজি এতিয়াও 'শৃঙ্গাৰ বট'ৰ ঘণ্টা বজা নাই। আৰু আকাশখন দেখি ভাব হয় ৰাতি পুৱাবলৈ এতিয়াও অনেক সময় বাকী।

ছুয়ো নীৰৱে কাপোৰ সলালে। আগৰ দৰে কেসীঘাটেৰে ছুয়ো ঘৰমুৱা হৈ উভতিল। শশীয়ে কথা কোৱা নাছিল। মৃণালিনীয়ে আৰম্ভ কৰিলে: আমি এইবাৰ একপ্ৰকাৰ সৰ্বস্বান্ত হোৱাৰ দৰেই আহিছো। আমাৰ উভতি যোৱাৰ পথ আৰু নাই।

: মানে ?

: মানে পঁচিশ বছৰ বহি খোৱাৰ পাচত এতিয়া আৰু একো নাই। চব শেষ হৈ গৈছে।

: শুনিছো দেউতাৰাই আন্দোলনত যোগ দিছিল।

: ভুল শুনিছা, দেউতাই 'বৃটিছক' প্ৰশংসা কৰিছিল। এতিয়াও কৰে। আন্দোলনত যোগ দিয়া কথাটি একেবাৰে মিছা। ইমান মহান দেউতা নাছিল।

: ৰ'ব, এইখিনিতে সেই ভয় লগা ঠাইখন আছে—আমি সেই ক'লা ক'লা 'পিপাৰ পুল' কেইটা পাইছোহি নহয়। আপুনি মোৰ হাতখনত ধৰক। যমুনাৰ এইখিনিয়ে বৰ সৰ্বনাশী ঠাই।

: মই ভয় নকৰো। কোনোবা এটাই পাচফালৰ পৰা চিঞৰা যেন লাগিছে।

: সেইটো ঘাটোৱালে চিঞৰিছে তাৰ 'হালধী কুমকুম' আজি পিন্ধি অহা নহ'ল।

: তুমি তেতিয়া হ'লে সদায়ে হালধী কুমকুম পিন্ধা ?

: নিপিন্ধিলে সি নেৰে ভাৰোপৰি ছুটি পইচাৰ বাবে ৰাতি আধা ডোখৰতে সি ঘাটলৈ আহে।

ভয়লগা ঠাইটুকুৰা পাৰ হৈ ছুয়ো ঘাটৰ চিৰিৰে উঠিব ধৰিলে। বালিত পোত খাই থকা হেজাৰ বছৰ পুৰণি ভগ্ন চিৰি। মাজে মাজে চিৰিবোৰক মাথো একোখণ্ড ছাঁয়াৰ দৰেহে দেখা গ'ল।

: আমি 'বিহাৰী মোহন কুঞ্জক' বেচি দিয়াৰ সংকল্প কৰিয়ে ইয়ালৈ আহিছো।

কথা শুনি শশী চমক খাই উঠিল। কিন্তু নিজকে তাই সংযত কৰি সুধিলে : মন্দিৰটো বেচি ক'ত থাকিবা ?

: 'ৰাধেশ্যাম' কৰা বুঢ়ী থকা খুপৰিবোৰৰ এটা খালি হোৱা যেন লাগিছে।

: বুঢ়ী থকা সেই লেতেৰা খুপৰিত ? ছিঃ ছিঃ আপুনি জানে নে বুঢ়ীজনীয়ে কোঠাটো কিমান লেতেৰা কৰি মৰিছে !! মই 'ভাঙি' কেইটাক জয়দেউ কাকুতি কৰিও ভিতৰ সুমুৱাব'নোৱাৰিলো।

: সেইবোৰ অবান্তৰ কথা। তাৰোপৰি আমি একপ্ৰকাৰ নিৰুপায়। মন্দিৰ বেচি দিয়াৰ পাচত 'ট্ৰাষ্টৰ' টকা আৰু সুদৰ টকাৰে চলিব লাগিব। অন্য আৰু একো উপায় নাই। তাৰোপৰি মই যথেষ্ট হিচাপ-নিকাচ কৰিয়েই আহিছো।

শশীয়ে আৰু কথা কব নোৱাৰিলে। তাই অনুভৱ কৰিলে তাইৰ যেন দুয়োটা চকু পুৰিছে। মন্দিৰ বেচি দিয়া মানেইতো একপ্ৰকাৰ সকলো শেষ হোৱাৰ দৰে কথা।

: শশী ঘাটৰ মন্দিৰৰ দুৱাৰ খুলিছে। মোৰ এবাৰ মূৰ দোঁৱাই যোৱাৰ ইচ্ছা হৈছে।

আপুনি আগবাঢ়ক।

দুয়ো যেতিয়া মন্দিৰলৈ উভতি আহিল তেতিয়াও আন্ধাৰ আঁতৰা নাছিল। কিন্তু 'গোবিন্দজী' 'ৰাধা দামোদৰ' আৰু হনুমান মন্দিৰৰ শংখ ঘণ্টাৰ শব্দই সমগ্ৰ বৃন্দাবন মুখৰ কৰি তুলিছিল। এটি সুন্দৰ পুৱাৰ আয়োজনৰ এইছোৱা সময় শশীৰ বাবে হেজাৰ কষ্টৰ মাজতো আনন্দৰ আছিল। আজি কিন্তু তাই এটুকুৰা অকলশৰীয়া ঠাই বিচাৰিব ধৰিলে—য'ত বহি তাই কিছু চিন্তা কৰিব পাৰে।

# পাঁচ

দেওঘৰী বাবাক দেখা কৰি অহাৰ পাচত অনুপমা যেন পৰিশ্ৰান্ত হৈ পৰিল। তেওঁক দুৰ্বল যেন দেখা গ'ল। কিন্তু বেছি দিন আৰু তেওঁ বিশ্ৰাম লৈ থাকিব নোৱাৰিলে। ব্ৰজৰ 'চৌৰাশী ক্ৰোশ' পৰিক্ৰমাৰ সময় হৈ আহিছে। পাণ্ডাবোৰে হনুমান টিলা, আৰু বাঁকে বিহাৰীৰ বাগিচাত বহি পৰিক্ৰমাৰ মেল-মিটিং আৰম্ভ কৰি দিছে। উটৰ পিঠিৰ দৰে বং ধৰা তম্বুবোৰ ইতিমধ্যে খুলি খুলি পৰীক্ষা কৰি চোৱা হৈছে। ঘোঁৰাত উঠি বিভিন্ন মন্দিৰৰ বিচিত্ৰ ধ্বজা বহন কৰি যোৱা চন্ত্ৰীবোৰে আথৰা আৰম্ভ কৰিছে। ব্ৰজৰ প্ৰতি টুকুৰা পবিত্ৰ স্থান ভ্ৰমণ কৰিব সিহঁতে—হেজাৰ ভক্তৰ পদ-ধূলিৰে পবিত্ৰ হোৱা সেই মধুপুৰীৰ পথ, কংস হত্যাৰ পাচত ভগৱানে কপালৰ ঘাম মচা, ত্ৰেতা যুগত শত্ৰুঘ্নই লবনাসুৰক বধ কৰা আৰু এক সত্যযুগত ভগৱানে হিৰণ্যক্ষক বধ কৰি বিশ্ৰাম লোৱা বিশ্ৰাম ঘাট। মহাৰাজ দৌলতৰাম সিন্ধিয়াৰ মানস মন্দিৰ দ্বাৰকাধীশ সৰ্ত্যযুগৰ বৰাহ ভগৱানৰ 'চতুৰ্ভুজ ৰূপৰ' মন্দিৰ গোকৰ্ণ মহাদেৱ, অম্বৰীষ টিলা, পঞ্চমুখী হনুমান সোমতীৰ্থ ভূতেশ্বৰ দাউজী···নাই, নাই, এই সুযোগ অনুপমাই এৰিব নোৱাৰে। অনুপমাই আজিকালি ভাবিবলৈ আৰম্ভ কৰিছে ঠিক এই সুযোগ তেওঁৰ জীৱনত যেন দ্বিতীয়বাৰ আৰু নাহে। পানী আনি দিয়া ৰাধেশ্যামী জনীয়ে ক'লে: "আইদেউ তুমি দোলাত যাবা, মই আজি অষ্টধাতুৰ শিল্পী ৰাকেশ মহোদয়ক পুৰণি দোলাবোৰত বং কৰি থকা দেখিছো।"

অনুপমাৰ মুখত হাঁহি বিৰিঙি উঠিল। এৰা, ৰাস্তাত বেমাৰত পাৰিলেও এতিয়া আৰু ভয় নাই। আজিয়েই এখন চতুৰ্দোলাৰ বন্দবস্ত কৰিব লাগিব। নহ'লে সেইবোৰ নান্দীগ্ৰাম আৰু বৰসানাৰ পংগু অৱস্থাপন্ন ভক্তবোৰে 'ডাকি' লব।

খিৰিকি খুলি তেওঁ দেখা পালে মানুহৰ ভিৰ বাঢ়িছে। সৌবোৰ সুসজ্জিত ধ্বজাবাহী টাঙ্গা। মূৰত 'ৰাধাৰমন' আৰু 'গোবিন্দজীৰ' 'ভেটৰ' ৰঙা-নীলা কাপোৰ বন্ধা যাত্ৰীৰ ভিৰ বাঢ়ি আহিছে। আজি

কৃষ্ণ অষ্টমী। সেইবাবেই হয়তো মানুহৰ এনে ভিৰ। অনুপমা সজাগ হৈ উঠিল। সৌদামিনীক লৈ যাব লাগিব বাঁকে বিহাৰীৰ প্ৰাঙ্গনলৈ। এনে কিছুমান মহান মুহূৰ্তত মানুহৰ আত্মাৰ দুৱাৰ খোল খাই যায়। তাই কোমল বয়সীয়া ছোৱালী আৰু তাইৰ আত্মাৰ দুৱাৰ ? নাকৰ পাহিত ঘাম বিৰিঙি উঠিল অনুপমাৰ। তথাপি সুযোগ লোৱা উচিত একোটা অনুপম মুহূৰ্তৰ সুযোগ লোৱা উচিত। আৰু সেই 'আশী ক্ৰোশ' পৰিক্ৰমা ? চিপাহী, ডাকখানা, চিকিৎসালয় চিত্ৰশালা, লগত লৈ ভ্ৰমণ কৰা এই আশী ক্ৰোশ পৰিক্ৰমা ? তাই জানো সহ্য কৰিব পাৰিব ? তদুপৰি আৰু ম'হৰ গাড়ীত তিনিটা মাহ অতিক্ৰম কৰিব তাই জানো পাৰিব ?

এটা সময়ত মাক-জীয়েক দুয়ো বাঁকে বিহাৰীৰ কৃষ্ণ অষ্টমীৰ নন্দ উৎসৱ চাবলৈ আলিত ভৰি দিলে। এয়া হৰিদ্বাৰ, দ্বাৰকা, অযোধ্যা, লঠাবন, কাম্যবনৰ ভক্তৰে আজি এই শ্ৰীধাম বৃন্দাবনৰ আলি-গলি ভৰি পৰিছে। বাঁকে বিহাৰীৰ গলিবোৰত কুষ্ঠৰোগীৰ শাৰীবোৰে ভিৰৰ গচকত পেটেকা লগা অৱস্থাৰ সন্মুখীন হৈছে যদিও সিহঁতৰ ভিক্ষাৰ পাত্ৰ আজি মুদ্ৰাৰে ভৰি পৰিছে।

এয়া বাঁকে বিহাৰীৰ প্ৰাঙ্গনত নন্দ উৎসৱ আৰম্ভ হৈছে। কিন্তু সিংহ দুৱাৰেদি এতিয়া ভিতৰ সোমোৱা অসম্ভৱ। আনকি জোতা খোৱা খুপৰিটোও আজি মানুহেৰে ভৰি পৰিছে। হঠাৎ সৌদামিনীৰ চকুত পৰিল ওপৰৰ ভাণ্ডাৰশালৰ পৰা এযোৰ চকুৱে মাক-জীয়েক দুয়োৰো এই অসহায় অৱস্থাটি লক্ষ্য কৰি আছে। ক'ত দেখিছিল সৌদামিনীয়ে এইযোৰ চকু ? ক'ত ? এৰা ঠিক 'মথুৰা ছাউনী' পাৰ হৈ আহোঁতে ? মনত পৰিছে, তাইৰ।

ভিৰ ঠেলি ঠেলি চৰণবিহাৰী আগবাঢ়ি আহিল। দুয়োৰো সন্মুখত থিয় হৈ পৰম ভক্তি দেখুৱাই তেওঁ ক'লে : ৰাধে ৰাধে !!

অনুপমাই মূৰ দোঁৱাই ক'লে : ৰাধে ৰাধে !!

: আপোনালোক এনেকৈ থিয় হৈ থাকিলে 'দৰ্শন' নেপাব। আহক মোৰ পাচে পাচে আহি থাকক।

ভিৰ ঠেলি ঠেলি চৰণবিহাৰীয়ে এটা ৰহস্যময় গলিৰে গৈ নাট প্ৰাঙ্গনৰ ওপৰৰ বাৰাণ্ডাত উঠিলগৈ। গৌতমবংশী পাণ্ডাৰ পৰিবাৰৰ মানুহ কেইটামানৰ বাহিৰে ইয়াত মানুহৰ ভিৰ কম। তলৰ উৎসৱ-মুখৰ প্ৰাঙ্গন আৰু বিহাৰীজীৰ অপূৰ্ব 'বাঁকী' ইয়াৰ পৰা অতি সুন্দৰ-ভাৱে দেখা যায়: ইয়াত মন্দিৰৰ নিজা পাণ্ডাৰ বাহিৰে আন পেশাদাৰী পাণ্ডাকো সোমাব দিয়া নহয়। মোৰ পৰিবাৰৰ বাবে এইখিনি ঠাই ৰখা হৈছিল, তেওঁ আহিব নোৱাৰিলে, এতিয়া আপোনালোকে নিৰ্বিঘ্নে চাই থাকক।

অনুপমাই ক'লে: আপোনাক কেনেকৈ ধন্যবাদ দিওঁ?

: তেনে কথা নক'ব। যাত্ৰীক সহায় কৰাই আমাৰ কৰ্তব্য। আপোনালোক ওলাই যাওঁতেও ভিৰৰ মাজেৰে যোৱাৰ প্ৰয়োজন নাই। আপোনালোকে অষ্টসখীৰ মন্দিৰ হৈ মদন মোহনেৰে ওলাই যাব পাৰিব।

ইতিমধ্যে মন্দিৰৰ প্ৰাঙ্গনত প্ৰচুৰ পৰিমাণে তেল আৰু পানী ঢলা হৈছিল। গোটেইখন এনে ধৰণে পিছল কৰা হৈছিল যে এবাৰ পিছল খালে কিমান দূৰৈত ছিটিকি পৰিবগৈ ধৰাই টান হৈ পৰিছিল। পানীৰ পৰা উঠি আহি ৰ'দ লোৱা ম'হৰ পিঠিৰ দৰে দেখা গৈছিল। বাঁকে বিহাৰীৰ এই প্ৰাঙ্গন।

উৎসৱ আৰম্ভ হ'ল। জাকজমক যোধপুৰী পিন্ধা পাণ্ডা এজনে তলৰ পৰা চিঞৰি চিঞৰি ঘোষণা পত্ৰ পঢ়ি শুনালে: "এইবাৰ বিহাৰীজীৰ প্ৰাঙ্গনত সোণৰ 'হাসুলি' পেলোৱাৰ সৌভাগ্য ঘটিছে বৰসানাৰ ৰামনিবাস শেঠনীৰ। বিজয়ীক এসময়ত মহান সম্ৰাট আকবৰে প্ৰচলন কৰা ভগৱান ৰাম আৰু মাতৃ সীতাৰ ছবি থকা এটি সোণৰ মুদ্ৰা উপহাৰ দিয়া হ'ব।

মানুহৰ মাজত গুণগুণনি উঠিল। অনুপমাৰ ওচৰত থিয় হৈ থকা ব্ৰজৰ মহিলা এগৰাকীয়ে সুধিলে: শেঠনী ব্ৰজবাসী নেকি?

: নেজানো।

ওচৰত বহি থকা আন এজনীয়ে ক'লে: এৰা তেওঁ ব্ৰজবাসী।

অত্যন্ত ভক্তিমতী। 'বাধেশ্যাম' আৰু 'মাধুকৰী' খোৱা বিধৱাবোৰক তেওঁ মদন উৎসৱৰ দিনা নিজ হাতে কম্বল বিলাই দিয়ে !!

টোপধ্বনিৰ প্ৰচণ্ড শব্দ শুনা গ'ল। সকলোৱে মজিয়ালৈ চাই পঠিয়ালে।

শেঠনীয়ে বাঁকে বিহাৰীলৈ মূৰ দোঁৱাই প্ৰচণ্ড জোৰেৰে সোণৰ 'হাসুলি'ডাল মজিয়ালৈ মাৰি পঠিয়ালে।

লগে লগে অৰ্ধনগ্ন দেহেৰে সাজু হৈ থকা ব্ৰাহ্মণ বালক কেইটাই মজিয়াত যেনিবা সাঁতুৰিবহে ধৰিলে। 'ৰঙ্গজীৰ' 'লথাৰ' মেলৰ 'লথাবোৰৰ' দৰে অলপ গৈয়ে আকৌ পিছলি পিছলি পৰিব ধৰিলে। সিহঁতে আঠুকাঢ়ি আগবাঢ়িছিল। সেইবাবে সিহঁতক একেবাৰে বান্দৰৰ দৰে দেখা গ'ল। নাই, অসম্ভৱ কথা। 'হাসুলিৰ' ওচৰ চপাই সাংঘাতিক কথা।

হাঁহি, চিঞৰ-বাখৰ, সুহুৰিত কাৰো মাত কোনেও নুশুনা হ'ল। শেষলৈ ল'ৰা কেইটাই কোপাবলৈ ধৰিলে।

অনুপমাৰ কাষত থকা ব্ৰজৰ মহিলা গৰাকীয়ে মূৰৰ চাদৰখন দাঙি কৈ উঠিল: যোৱা তিনদিন ধৰি ঢলা তেলে মজিয়াত তৰপ বান্ধি আছে। আজি 'হাসুলি' কোনেও নেপাব যেন লাগিছে।

অংশগ্ৰহণ কৰা ল'ৰা কেইটাক 'বাঁকে বিহাৰীৰ' পদ-জলেৰে সিক্ত 'দৈব চৰবৎ' খাব দিয়া হ'ল। সামান্য জিৰণিৰ পাচত আকৌ খেল আৰম্ভ হ'ল। এইবাৰ অৱশ্যে একেবাৰেই সময় নেলাগিল। মানুহবোৰে সাজু হ'ব নৌ পাওঁতেই কাঁড় এপাত যোৱাৰ দৰে চোঁ' মাৰি গৈ 'জ্ঞান গোদৰীৰ' পাণ্ডাৰ ল'ৰাটোৱে শেঠনীৰ হাসুলি ডাল খামোচ মাৰি ধৰি আকৌ পিছলি আহি নিজৰ ঠাই পালেহি।

প্ৰচণ্ড হাত চাপৰি আৰু চিঞৰত কাৰো মাত কোনেও নুশুনা হ'ল।

লগে লগে দৰ্শকসকল ছেদেলি-ভেদেলি হৈ পৰিব ধৰিলে। মহা হুলুস্থুল লাগি পৰিল। অনুপমাই ক'লে: আমি এতিয়া ওলাই যোৱাই ভাল। মানুহজনে অষ্টসখীৰ মন্দিৰৰ পিনে বাট আছে বুলি ক'লে নহয়

ভিৰ ঠেলি ঠেলি দুয়ো যেতিয়া মন্দিৰৰ প্ৰাঙ্গন পাৰ হ'ল কাপোৰ কানি ফালি যোৱাৰ অৱস্থা হ'ল দুয়োৰে। মানুহৰ গছকত শাৰী পাতি বহি থকা কুষ্ঠৰোগী কেইটাৰ পেটেকা খাৰ লগা অৱস্থা হ'ল। তথাপিও সিহঁত উঠি নগ'ল। অনুপমাই ক'লে: মদনমোহনৰ সিংহদুৱাৰ খোলা আছে।

হঠাৎ এটা গজ্‌গজীয়া কণ্ঠ শুনি দুয়ো উভতি চ'লে: আপোনা-লোকে মদনমোহন দৰ্শন কৰিব নেকি? আহক ময়ে দৰ্শন কৰোৱাই দিওঁ। এইখিনি সময়ত আন পাণ্ডা নেপাব। মোক অৱশ্যে পাণ্ডাৰ দৰে ব্যৱহাৰ নকৰিব।

চৰণবিহাৰীয়ে নিজৰ ৰসত নিজে মজি ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

তিনিও চিৰিৰে ওপৰলৈ উঠিব ধৰিলে। পৰিত্যক্ত বাটচ'ৰা দুটা দেখা গ'ল। এতিয়া তাত বাদুলিয়ে বাহ লৈছে। এসময়ত হয়তো মন্দিৰলৈ উঠা কেইবাটাও আলিবাট আছিল। সেইবোৰ এতিয়া কাবুলী ৰমনাৰ জোপোহা আৰু মাছদি লতাই আৱৰি পেলাইছে। নিম গছ এজোপাৰ তল পোৱাৰ লগে লগে চৰণবিহাৰীয়ে কৈ উঠিল: এই ধোঁৱানিম জোপা দেখিছে নহয়। মহাকবি তুলসীয়ে ইয়াৰ তলত বহিয়েই মদনমোহনক প্ৰাৰ্থনা কৰিছিল।

: তুমি এই শ্যাম কৃষ্ণ ৰূপ এৰা মোৰ প্ৰিয় ধনুৰ্ধাৰী দশৰথী ৰাম ৰূপ দেখুওৱা। মানুহে কয় সেই পৰমভক্তৰ মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ মদনমোহনে এক অন্য ৰূপ ধাৰণ কৰিছিল—তেওঁৰ হৃদয়ত ভৃগুপদ চিহ্ন, সিংহ স্কন্ধ, চাৰু কম্বুকণ্ঠ—এক বিস্ময়কৰ ৰূপ ধাৰণ কৰিছিল বৃন্দাবনৰ 'মদনমোহনে'।

শেষ চিৰিত উঠি তিনিও দূৰৈৰ যমুনাৰ শোভা চাব ধৰিলে। যমুনাৰ বুকুত দুই এটা চৰ পৰিছে, সেইবোৰকো বিৰিণা আৰু কাবুলী ৰমনাৰ কাঁইটীয়া জোপোহাই ছানি পেলাইছে।

এতিয়া ভোগ আৰম্ভ হৈছে—আমি কিছু সময় ইয়াতে থিয় হৈ থাকিব লাগিব। এই আদিত্য টিলাৰ ওচৰত ৰহক। ৰহক।

ইতিমধ্যে "আদিত্য টিলাৰ" মন্দিৰৰ দুৱাৰ মেল খালে। শংখ-ঘণ্টাৰ শব্দই ওপৰৰ প্ৰধান মন্দিৰৰ দুৱাৰ মেল খোৱাৰ জাননী দিলে।

অনুপমাই সৌদামিনীক ক'লে: মই মন্দিৰৰ দুৱাৰ মুখত বহি অলপ সময় নাম জপ কৰিম। তুমি প্ৰদক্ষিণ কৰা।

চৰণবিহাৰীয়ে মালা আৰু প্ৰসাদ আনিবলৈ মন্দিৰৰ ভিতৰ সোমাল। আদিত্য টিলাৰ ফুলি থকা সোণাৰু এজোপাৰ তলত সৌদামিনী বহিল। এইখিনিতে বাঁকে বিহাৰীৰ দৰে মানুহৰ হুলস্থুল নাই। সোণাৰুৰ তলত এক নীৰৱতাই বিৰাজ কৰিছে। ওপৰলৈ মুৰ তুলি চালে তাই। সোণাৰু জোপা ডাল ভৰি ভৰি ফুলিছে আৰু ওপৰত সোঁৱা মেঘমুক্ত আকাশ। সৌদামিনীয়ে ভাবিছিল অকলশৰে এইখিনিত কিছু সময় বহিব, তাইৰ ভাল লাগিব। অকলশৰে বহাৰ কিন্তু উপায় নাই। চৰণবিহাৰীয়ে ইতিমধ্যে তাইৰ পিচে পিচে ছাঁ হৈ ফুৰিব আৰম্ভ কৰিছে। সৌৱা সি তাইৰ পিনে উদ্দেশ্য কৰি এইপিনে নামি আহিছে।

: এইখিনিৰ পৰা যমুনাৰ শোভা বৰ ভাল দেখি......চাওক কাছবোৰ কেনেকৈ ওপৰলৈ উঠি আহিছে। আপোনাৰ মনত পৰেনে প্ৰথমদিনা মই মথুৰাৰ পৰা বৃন্দাবনৰ 'চুঙ্গিলৈ' আপোনাৰ পিচে পিচে আহি আছিলো।......প্ৰথমে মই ভাবিছিলো আপোনালোক যাত্ৰী। একেবাৰে যে বজবাস কৰিম বুলি আহিছে সেই কথা জনা নাছিলো। আপুনি তেতিয়াহ'লে সঁচাকৈয়ে ব্ৰজবাস কৰিম বুলিয়ে আহিল? আপোনাৰ দৰে ব্ৰজবাস কৰিম বুলি অহা কম বয়সীয়া মহিলা ইয়াত অসংখ্য আছে। মানুহে কি কয় জানে—সিহঁত চব মৃগী ৰোগীৰ দল!

সৌদামিনীয়ে কোনো উত্তৰ নিদিলে। বেণীত গুজি লোৱা চামেলিৰ মালা শুকাই গৈছিল—তাই সেইডাল বেণীৰ পৰা খুলি দূৰলৈ দলিয়াই পেলালে।

## ॥ ছয় ॥

ঠাকুৰ চাহাবৰ বিহাৰী মোহন কুঞ্জ তেতিয়াও বিক্ৰী হৈ বোৱা নাই। ঠাকুৰ চাহাবৰ হাতৰ পুঁজি এতিয়া সাং হোৱাৰ অৱস্থা। দৈনিক কাগজৰ বিজ্ঞাপন আৰু পাণ্ডাৰ মুখে শুনি দুই-এটা গ্ৰাহকৰ দল আহিছে। কিন্তু সিহঁতৰ দাম-দৰৰ আদব-কায়দা দেখি দুদিনমান তেওঁৰ মূৰত পানী লব লগা অৱস্থা হ'ল। টকা-পইচাৰ ক্ষেত্ৰত ইয়াৰ গ্ৰাহকবোৰৰ প্ৰত্যেকেই যেন একোটা ক্ষুধিত ৰাক্ষস। তাৰোপৰি মন্দিৰ বেচা যাব বুলি শুনি পুৰণি পাণ্ডাৰ দল এটিয়ে দালাল হোৱাৰ সুযোগ গ্ৰহণৰ চেষ্টা কৰি আছে।

আবেলি বজাৰৰ পিনে মুখ কৰি থকা চিৰিত যেতিয়াই ঠাকুৰ চাহাবে লাখুটিত ভৰ দি আহি বহেহি, তেতিয়াই এই পাণ্ডাৰ দলটিয়ে আহি ভিৰ পাতে।

এই চিৰিত বহিয়েই ঠাকুৰ চাহাবে অনেক বিচিত্ৰ কথা শুনে। ৰাধাদামোদৰৰ ল'ৰামতীয়া পাণ্ডাজনে আহি এদিন কৈ গ'ল ঃ বিহাৰী মোহন কুঞ্জ ৰাধাদামোদৰৰ ভূমিৰ ওপৰত অৱস্থিত। মন্দিৰে ভৌম ভাড়া ইমানদিনে ৰাধাদামোদৰকে দি আহিছে। গতিকে মন্দিৰ বেচা গ'লে চাৰিভাগৰ এটা অংশ ৰাধাদমোদৰৰ পাণ্ডাই পাব।

এইদৰে অনেক বিচিত্ৰ কথা অন্ধ ঠাকুৰ চাহাবে চিৰিত বহি শুনে। মৃণালিনীয়ে ঠাকুৰ চাহাবক সোঁৱৰাই আছে ঃ হাতত থকা পইচাৰে আমি খুব বেচি এমাহ চলিব পাৰিম। তাৰ পাচত খুপৰিত বাস কৰিব আৰম্ভ কৰিলে, 'ট্ৰাষ্টৰ' পইচাৰে চলিব লাগিব। বৰ খং আছিল নহয় মাছ-ভাত খোৱাৰ, নিচা কৰাৰ—মদ খোৱাৰ, ভগৱানে জীৱন কালতে দণ্ড দিলে। এতিয়া অন্ধকাৰ খুপৰিত 'এটা বোকা ভকত' হৈ দিন কটাব লাগিব। 'অন্নকূট উৎসৱৰ' পাচত আমাৰ হাতত এটা পইচাও নেথাকিব।......

উৎসৱ মুখৰ ব্ৰজ। অন্নকূট উৎসৱো মহাপয়োভৰেৰে আহি পালে।

আজি এগৰাকীও বৃদ্ধা বিধৱা নিজৰ ভগ্ন খুপৰিত বহি থকা নাই।

অন্ন-ব্যঞ্জনৰ পৰ্বত আজি সকালোৱে চাব লাগিব। প্ৰত্যেকটি মন্দিৰত থাকা সম্ভাৰৰ মাজত অপূৰ্ব শৃঙ্গাৰেৰে সুশোভিত হৈ থকা ৰাধা-কৃষ্ণৰ যুগল মনোহৰ মূৰ্তিৰ ওচৰত গৈ প্ৰতিগৰাকী বুঢ়াই মূৰ দোঁৱাব লাগিব।

গোবিন্দজীৰ এই অপূৰ্ব দৃশ্যৰ সমুখত থিয় হৈ মৃণালিনীয়ে এটা অদ্ভুত কণ্ঠ শুনা পালে: "চা, ভালকৈ চকু মেলি চা, অন্নকূট দৰ্শনে গোটেই বছৰৰ অন্নকষ্ট দূৰ কৰিব।

মৃণালিনীয়ে উভতি চালে। শতচ্ছিন্ন সাজপাৰৰ এগৰাকী 'ৰাধেশ্যাম' কৰি খোৱা নাইবা আলিৰ কাষত ভিক্ষা কৰি খোৱা বুঢ়ী চাগে। বেচেৰীয়ে খোজ কাঢ়িব নোৱাৰে, লগৰ এজনীয়ে পথালি কোলা কৰি এই দুৱাৰ মুখত বহুৱাই থৈ গৈছে।

ভিৰ বাঢ়ি আহিল, বেছিভাগেই অৰ্ধাহাৰী ৰাধেশ্যামীৰ দল। সিহঁতৰ চকুৰ দৃষ্টি দেখিলে ভাব হয় 'অন্নকূট'ৰ এই ভাতৰ পৰ্বতৰ ওপৰত উৰ্বুৰি হৈ পৰিব। সিহঁতৰ এই উদ্ভট দৃষ্টি অৱশ্যে বেছি সময় স্থায়ী নহয়। অন্তৰ্বৰ থহটা মাটিকো বৰষুণৰ পানীয়ে শীতল কৰি পেলোৱাৰ দৰে সিহঁতৰ এই অনন্ত দৃষ্টিও শীতল হৈ আছে—নিষ্প্ৰভ হৈ আছে।

বহুকাল ধৰি খুপৰিৰ ভিতৰত মৃত্যুক অপেক্ষা কৰি থকা বুঢ়ীবোৰকো আজি লগৰ সক্ষম জাকে পুতৌ কৰি লৈ আহিছে। এবা ব্ৰজত সিঁচৰতি হৈ থকা তিনি হাজাৰ দৰিদ্ৰ বিধৱাই অন্নকূটৰ এই লোভনীয় দৃশ্য কেনেকৈ এৰিব!·····সকলোৰে এক বদ্ধমূল ধাৰণা এবাৰ মাথো এই উৎসৱ চাব পাৰিলে গোটেই বছৰ আৰু অন্নকষ্ট নেথাকিব।

'গোবিন্দজীৰ' মন্দিৰাত মৃণালিনী বহি পৰিল। শশীয়ে ভাবিছিল তাই বাহিৰৰ এই গোবৰ মাটিৰে কৰা গোবৰ্ধনৰ মূৰ্তিটি পৰীক্ষা কৰিছে আগবাঢ়িব; তাই কিন্তু একেদৰেই বহি থাকিল।

শশীয়ে সুধিলে: ৰাধাৰমন, ৰাধাবল্লভলৈ নেযায় বাইদেউ?

: নেযাওঁ মই ইয়াতে গোষ্ঠিৰ বাবে অপেক্ষা কৰিম!

: কিন্তু ব্ৰজৰ ভদ্ৰলোকৰ ঘৰৰ মহিলাসকল এনেকৈ নবহে।

: ভদ্ৰলোক? বৰ হাস্যকৰ কথা। খুপৰিত অঘৰী ৰাধেশ্যামী সকলৰ দৰে বাস কৰি থাকিলেও মানুহে আমাক ভদ্ৰলোক বুলি কবনে? আমি এতিয়া ভিক্ষাৰী! দুসাজ পেট ভৰাই খাব পোৱা মানুহ ভিক্ষাৰী হ'লে বৰ কষ্ট হয়।

গোষ্টিৰ ঘণ্টা বাজিল। পাত পাৰি বহি থকা কেইগৰাকীৰ বাহিৰে বাকীবোৰক পূজাৰীয়ে একপ্ৰকাৰ খেদি দিয়াৰ দৰে বাহিৰলৈ উলিয়াই দিলে। সিংহদুৱাৰ বন্ধ কৰি দিয়া হ'ল। কাৰো পিনে জ্ৰূক্ষেপ নকৰি মৃণালিনীয়ে পাত পাৰি বহিল। অকল পাত পাৰি বহাই নহয়—পূজাৰীক অবাক কৰি মৃণালিনীয়ে চিঞৰি উঠিল: আৰু অলপ দিয়ক।

......মৃণালিনীয়ে যেন লগাইহে দিলে। ক্ষুধাতুৰ 'ৰাধেশ্যামী'ইঁতে' চিঞৰি উঠিল: দিয়া, আৰু দিয়া—গোবিন্দৰ ভাণ্ডাৰ শেষ হ'ব বুলি কিয় ভয় কৰা?

পূজাৰী খেকৃখেকাই উঠিল: ইয়াত পাত পাৰি থাকি লাভ নাই বুঢ়ীইঁত—যা ৰাধাদামোদৰলৈ যা,—ভাণ্ডাৰী সাং হ'ব তাত।

কথা শুনি বুঢ়ীবোৰে গো-গ্ৰাসে গিলিব ধৰিলে। মৃণালিনীৰ ওচৰত বহা 'ৰাধেশ্যামী' এজনীয়ে আন এজনীক সুধিলে: আজি ৰাধাদামোদৰত কি ভোগ পৰিব?

: বুন্দিয়াৰ লাড়ু—লুচি।

: নহয় আজি তাত 'গোজকৰ' ভোগ পৰিব।

নাই আৰু সময় নাই, বুঢ়ীবোৰে পাত চেলেকিব আৰম্ভ কৰিলে।

: মই ভাবিছিলো গোটেইবোৰ মন্দিৰ দৰ্শন কৰিম, এতিয়া কিন্তু আৰু ক'তো যাবৰ মন যোৱা নাই। এটুকুৰা ভাল ঠাইত বহিবৰ মন গৈছে।

শশীয়ে ভালেই পালে। কাৰণ প্ৰথমৰ পৰাই তাই কিছু আড়ষ্টতা অনুভৱ কৰিছিল।

: তোমাক দেখি বেচ মাৰ্জিত চৰিত্ৰৰ ছোৱালী যেন লাগে। যদি

তুমি মন্দিৰত আলমগড়ীৰ লগত এনেদৰে নেথাকিলাহেঁতেন—তুমি হয়তো এটা ভাল জীৱন-যাপন কৰিব পাৰিলাহেঁতেন।

শশীয়ে তলমূৰ কৰি ক'লে: মোৰ আৰু কোনো উপায় নাছিল। কিন্তু আলমগড়ীয়ে মোৰ একো অনিষ্ট কৰা নাই। "যুগল উপাসনাৰ" নামত ব্ৰজত এনেকৈ অনেক মহিলা আছে—পৃথিবীত যাৰ কোনো নাই, অন্ধকাৰ ভৱিষ্যতৰ ভয়ত যিবোৰ পেঁপুৱা লাগি আছে। এইবোৰ কথা আপোনালোকে একো নুবুজিব। এইবোৰ ভুক্ত-ভাগীয়েহে জানে।

: আলমগড়ীয়ে তেতিয়াহ'লে তোমাৰ কোনো অনিষ্ট কৰা নাই।

: আপুনি কি কব বিচাৰিছে মই বুজিছো। শুনক এদিন মই তেওঁৰ আদেশমতে তেওঁৰ সমুখত কাপোৰ খুলিছিলো। চাকিৰ পোহৰত তেওঁ মোক খুটি খুটি চাইছিল।......তাৰ পাচত চাকি নুমাই তেওঁ নিজৰ বিছনাত শুই পৰিছিল।

: তেতিয়াহ'লে আলমগড়ীয়ে তোমাৰ একো অনিষ্ট নকৰিলে? নোৱাৰিলে।

*　　　*　　　*

সৌদামিনীয়ে ভাবিছিল দিন বাগৰি যোৱাৰ লগে লগে তাইৰ মনৰ কিছু পৰিৱৰ্তন হ'ব। কিন্তু তাইৰ পৰিৱৰ্তন নহ'ল।

ধাত্ৰীৰ সকলোখিনি কাম সৌদামিনীয়ে কৰিছিল। 'পৰিক্ৰমাৰ' পথৰ ৰোগীৰ ঘা ধুৱাই দিয়া আনকি পথালি কোলা কৰি ৰোগীক জঘন্যতম ঠাইৰ পৰা দাঙি আনিবলৈ তাই কুণ্ঠাবোধ নকৰিছিল।

ৰায়চৌধুৰীৰ লগত গৈ তাই 'লালাজী' মন্দিৰৰ সমুখৰ আঁহতৰ তলত মৰিবলৈ বাট চাই পৰি থকা মানুহটোক পৰিচৰ্যা কৰি আহিল। এই মানুহটোৱে 'ৰাধেশ্যামীহঁতে ভজন কৰিব যোৱাৰ সময়ত প্ৰায়ে চিঞৰিছিল: কিবা অলপ দিয়া আই।

এদিন ৰায়চৌধুৰীৰ সৈতে গৈ সৌদামিনীয়ে যেতিয়া তাৰ ভৰিৰ ঘা ধুৱাই থোৱা বস্তু দিব খুজিলে, সি চিঞৰি উঠিল: বচাবৰ চেষ্টা

নকৰিবা—বহুদূৰ বাটকুৰি বাই ব্ৰজৰ ৰ'জ পাম বুলি আশা কৰি আহিছো।

সি অৱশেষে বেছিদিন নেবাচিল।

আৰু এটা লুই বজাৰৰ 'ঘোৰাশালৰ' মজিয়াত মৃত্যুৰ বাবে বাট চাই পৰি আছিল। ৰায়চৌধুৰীয়ে পৰীক্ষা কৰি চাই গম পালে সি ক্ষুধাৰ তাড়না আৰু চিকিৎসাৰ অভাৱতহে মৃত্যুৰ মুখত পৰিছিল। সেয়ে প্ৰথমবাৰ সৌদামিনীয়ে ক্ষুধাৰ তাড়নাত পৰি মৰা মানুহ এটি নিজ চকুৰে দেখা পালে।

প্ৰথম কেইদিনমান সৌদামিনীয়ে একধৰণৰ মাদকতাৰে ৰায়-চৌধুৰীক সহায় কৰিছিল। মাজে মাজে তাইৰ এনে এটা ধাৰণা হৈছিল যেন জীৱনৰ এক সন্ধি-সূত্ৰ তাই আৱিষ্কাৰ কৰি উলিয়াইছে।

সুদীৰ্ঘ দুটা মাহ সৌদামিনীয়ে ৰায়চৌধুৰীৰ লগত সৈয়েদ বজাৰ, লুই বজাৰ, বনখণ্ডী মহাদেৱ, আনাজ মন্দিৰ আনকি ভাঙ্গি পৰাৰ কাবুলী ৰমনাৰ জোপোহাই আৰবা পৰিত্যক্ত ঠাইবোৰ চাই- ফুৰিব ধৰিলে। অৰ্ধমৃত অনাহাৰী অনেক ভক্ত আছিল—ব্ৰজৰ ৰ'জ পাবলৈ যিসকলে ক্ষণে ক্ষণে মৃত্যুৰ দিন গণি পৰি আছিল। অনেকৰ কঁকালৰ খোচনিত 'ঔৰ্দ্ধ দেহিকৰ' টকা আছিল। আৰু সি আছিল। ছালছিগা ভিকহু।

বহুদিনৰ মূৰত এদিন সময় উলিয়াই সৌদামিনীয়ে যমুনাত গা ধুবলৈ গ'ল! ৰ'দৰ চোক সহিব নোৱাৰি ইতিমধ্যে ঘাটোৱালো উঠি গৈছিল। মাথো 'তৰ্পণ' কৰিবলৈ অহা দুই-এটা দলে অ'ত ত'ত জুমা-জুমি কৰি আছিল।

'পিপাৰ পুলৰ' ওচৰত এজনী তিৰোতা থিয় হৈ থকা দেখিলে সৌদামিনীয়ে। ওচৰলৈ আহি সৌদামিনীয়ে গম পালে সেইজনী আন কোনো নহয় শশীহে।

তাই ক'লে: তোমাৰ লগত অকলশৰে বহি কথা পতাৰ বহু দিনৰ ইচ্ছা আছিল।

দুয়ো 'পিপাৰ পুলৰ' এচুকত বহিল। মানুহ সেৰেঙা, পিপাৰ

পুলৰ ওচৰত কাবোবাৰ ‘ঔদ্ধ দেহিকৰ’ নিৰ্মালি আৰু তৰ্পণ ইত্যাদিৰ ফুল-তুলসী আহি গোট খাইছে। চকৰী পুঠিৰ পোনাবোৰ এইখিনিতে পি-পিয়াই ফুৰিছে। পিপাৰ পুলৰ ছায়াত সিহঁতৰ গাবোৰ জোনাকী পৰুৱাৰ দৰে জিলিকিছে।

ঃ এতিয়াই গা ধুবলৈ ভাল হৈছে—মানুহ সেৰেঙা।

সৌদামিনীয়ে মূৰ ছুপিয়ালে। ছুয়ো বহাৰ পৰা উঠিল। কাপোৰ সলাই ছুয়ো পানীত নামিল। কাছবোৰ খেদি খেদি কিছু সময় ছুয়ো আপোন মনে গা ধুলে।

পাৰলৈ উঠি আহি শশীয়ে হঠাতে এটা অনাহুত প্ৰশ্ন কৰিলে সৌদামিনীক ঃ তুমি সঁচাকৈয়ে কোৱা, কিবা এটা সান্ত্বনা পাইছা নে তুমি এই ব্ৰজ ধামলৈ আহি? অৰ্থাৎ জীৱনৰ বাকীছোৱা সময় কটোৱাৰ বিষয়ে এটা সিদ্ধান্তলৈ তুমি আহিব পাৰিছানে?

সৌদামিনীয়ে উত্তৰ দিব নোৱাৰিলে। পাৰলৈ উঠি আহি তাই চুলিৰ পানীবোৰ মচিব আৰম্ভ কৰিলে।

ঃ মই জানো তুমি উত্তৰ দিব নোৱাৰা। কিছুদিন ধৰি ময়ো বৰ মানসিক কষ্টত আছো। শুনিছো তুমিও জীৱনত অনেক ছুঃখ-যাতনা পাইছা—কোৱাচোন তুমি কেনেকৈ থাকিম বুলি ভাবিছা?

সৌদামিনীয়ে শশীৰ প্ৰশ্নটি যেন এৰাই যাবলৈ যত্ন কৰিলে। তাই কাপোৰ সলোৱাত মনোযোগ দিলে। অনাহুত প্ৰশ্ন।

তৰ্পণ কৰিবলৈ অহা ছুই-এটা মানুহ গোট খালে। অলপ দূৰৈত মানুহ এটাই বুঢ়া অৰ্জুন গছ এজোপাৰ তল খুচৰি আছিল।

ঃ কি বিচাৰিছে সি?

ঃ সাপ

শশীয়ে আকৌ এবাৰ হাঁহি মাৰি কলে ঃ সাপ! এৰা সাপ বিচাৰিছে সি। সাপ ধৰিব আৰু মনে মনে মানুহৰ ঘৰত সুমুৱাই দিব। তাৰ পাচত সিহঁতে নিজেই বেজ হৈ জাৰিব। অৰ্থাৎ সাপটো ঘৰৰ পৰা উলিয়াই দিয়াৰ পুৰস্কাৰ স্বৰূপে মালিকৰ পৰা মুদ্ৰা সংগ্ৰহ কৰিব।

মানুহটোৱে গছৰ গুৰি খুচৰিবলৈ এৰি দুয়োলৈ এবাৰ পেন্দুৰাকৈ চালে। তাৰ পাচত আকৌ সি নিজৰ কামত মন দিলে।

: তুমি মোৰ কথাৰ উত্তৰ নিদিলা।

: কি উত্তৰ দিম ? তোমাৰ প্ৰশ্নৰ কোনো উত্তৰ নাই।

: ব্ৰজ চন্দ্ৰৰ লগত তুমি এদিনো মুখামুখি হোৱা নাই ?

আকৌ তলমূৰ কৰিলে সোদামিনীয়ে। এইবাৰ হঠাৎ উষ্মা প্ৰকাশ কৰি উদাত্ত কণ্ঠেৰে তাই কৈ উঠিল : শুনা তুমি কাণ পাতি শুনা—মই অন্তৰ খুলি এই কথা কৈছো···সত্যৰ পিচে পিচে আগবঢ়া আৰু তাতেই শেষ হৈ যোৱা···এয়ে মোৰ জীৱনৰ পৰম সত্যৰ কাহিনী।

বালিৰ বুকুত শশীয়ে আঁঠুকাঢ়ি বহি ক'লে : কিছুদিন ধৰি কোনো দিনে অনুভৱ নকৰা এক যাতনাই মোৰ বুকুখন ফালি যেন ছুফাল কৰি পেলাব খুজিছে। তুমি জানা নহয় দুই-এদিনতে মন্দিৰ বিক্ৰী হৈ যাব। ইমানদিনে মই মন্দিৰৰ দামোদৰৰ সেৱা-সৎকাৰ কৰিছিলো।··এতিয়া আলমগড়ীৰ লগত মই স্বামী-স্ত্ৰী হিচাপে বাস কৰিব লাগিব। বিয়া-বাৰু হোৱা নাই অথচ বাস কৰিব লাগিব স্বামী-স্ত্ৰী হিচাপে—চোৱা কি মাৰাত্মক কথা···"ৰাধেশ্যাম" কৰিব নোৱৰা বুঢ়ীবোৰ এনেকৈ থাকে 'ঔদ্ধ দেহিকৰ' লোভ নাইবা ভয়ত—কিন্তু মই··· ··! নাই নাই তুমি হয়তো বুজি নেপাবা।

: এতিয়াও বিয়া-বাৰু হ'ব পাৰে !

সান্ত্বনাৰ সুৰত ক'লে সোদামিনীয়ে ! শশীয়ে চিঞৰি উঠিল—আলমগড়ী নপুংসক ! মোৰ বাবে এয়া ভয়ঙ্কৰ কথা নহয়······কিন্তু আজি কিছুদিন হ'ল—মই প্ৰেমত পৰিবলৈ আৰম্ভ কৰিছো।

শেষলৈ শশীৰ কণ্ঠ স্খলিত হৈ পৰিল। সোদামিনীৰ হাত এখন তাই নিজৰ হাতৰ মুঠিলৈ নিলে। তাৰ পাচত হাতখন তাই বুকুৰ মাজত হেঁচি ধৰি হুক হুকাই কান্দি পেলালে।

## ॥ সাত ॥

শেৰাফী শেঠনী কাপোৰ বিলাবলৈ আহিছিল। ভজন আশ্ৰমত ৰাধেশ্যামী বুঢ়ীৰ ভিৰ হৈছিল। ভজন আশ্ৰমৰ লগত সম্বন্ধ ৰাখিব নোৱৰা বুঢ়ীকেইজনী যি কেইজনীয়ে শেষলৈ 'কাঁচৰ মন্দিৰৰ' ওচৰত ভিক্ষা কৰি পেট প্ৰৱৰ্তাইছিল সিহঁতো আহি ভজন আশ্ৰমৰ চিৰিত বহিছিলহি। শেৰাফী শেঠনীলৈ বাট চাই শশীয়েও আহি সিহঁতৰ লগত চিৰিত বহিলহি। গোমস্তাই শেৰাফী শেঠনীক কোৱা শুনিলে তাইঃ মানুহ পালে ইহঁতে তুমি দি যোৱা কাপোৰ কম দামতে বিক্ৰী কৰি দিব।···ৰাতি যমুনাৰ 'পিপাৰ পুল'লৈ গৈ 'ওঁদ্ধ দেহিকৰ' বাবে গোটোৱা পইচা গণিবলৈ আৰম্ভ কৰিব। পেটে পিঠিয়ে লগা এই ৰাক্ষসীবোৰক যদি পিপাৰ পুলত বহি পইচা গন্তি কৰি থকা দেখা—তোমাৰ ভাব হ'ব সিহঁত সাক্ষাত একোটা প্ৰেতাত্মা। সেই অন্ধকাৰ, চিৰ ৰহস্যময় পুৰীৰ লগত সম্বন্ধ-সূত্ৰ স্থাপন কৰি লোৱা সিহঁত সঁচাকৈয়ে প্ৰেতাত্মাৰ দল।

দূৰৈৰ অকলশৰীয়া চিৰি এটিত বহি শশীয়ে সকলো কথা শুনি আছিল। তাইৰ আগবাঢ়ি যাবলৈ ভাল নেলাগিল। শেঠনীক অকলশৰে লগ পাব পৰা হ'লে ভাল আছিল। নৰব্যাঘ্ৰৰূপী এই গোমস্তাৰ কাহিনী ব্ৰজৰ মানুহে জানে। কম বয়সীয়া "ৰাধেশ্যামী" বিধবা দুই-এগৰাকী 'চালান' দিয়া কাহিনী ব্ৰজৰ অনেকে অত্যন্ত দুখেৰে মানুহৰ আগত প্ৰকাশ কৰে।

উভতি যাবলৈ বুলি শশী আহি আলিৰ বুকুত থিয় হ'ল। আকৌ এবাৰ সেই অনন্য কষ্টই তাইৰ বুকুত ছটফটাব ধৰিলে। তাই যেন নিজকে নিজে কৈ উঠিলঃ এই বয়সত···ভগৱানে যেন কাকো এনে অৱস্থা নকৰে। কাকো যেন এনে ভয়লগা ধৰণে নিৰাশ্ৰয় নকৰে!

এবা বাপেক ভাৰত দুই খণ্ড হোৱাৰ সময়ত 'ৰাজশাহীৰ' বলি, আৰু মাক? ব্ৰজত এবাৰ দুৰ্ভিক্ষ হৈছিল। গাঁৱৰ মানুহে মাথো

তৰমুজৰ শিপা আৰু পাত থাই জায়াই আছিল। ঠিক সেই সময়ত 'অক্রুৰ ঘাটত' মাকে তেজ বমি কৰিছিল।

ব্ৰজৰ আলিবাটেই তাইৰ ঘৰ হ'ল। আলিবাটতেই তাই ডাঙৰ হ'ল। বিস্ময়কৰ কথা। তাই ক'লে—

: নাই। বনখণ্ডীৰ গলিত খাবলৈ নেপাই পৰি থকা সময়ত নিজৰ সততা আৰু পবিত্ৰতা লৈ যেনেদৰে গৌৰৱ কৰিছিলো এতিয়াও মই গোপনে সেই গৌৰৱৰ আনন্দ উপভোগ কৰো। মানুহৰ সমালোচনাক মই বৰ বেছি ভ্ৰূক্ষেপ নকৰো!——কিন্তু সময় বাগৰি গৈ আছে। আৰু এটা কষ্টই মোক কুৰুকি কুৰুকি খাবলৈ আৰম্ভ কৰিছে। মই বৰ অশান্তিত দিন কটাবলৈ আৰম্ভ কৰিছো।

তাই তলমূৰ কৰিলে। আঁঠু দুটাৰ মাজত তাই মুখখন লুকুৱাবৰ চেষ্টা কৰিলে।

: তোমাৰ কথা মোৰ বিশ্বাস হৈছে। কিন্তু মন্দিৰ বিক্ৰী হোৱাৰ পাচত? আলমগড়ীৰ লগতে থাকিবা?

: ক'তো একো উপায় কৰিব নোৱাৰিলেহে থাকিব লাগিব। তাৰোপৰি শেৰাফী শেঠনীয়ে ৰাধেশ্যামীহঁতক কম্বল বিলাবলৈ আহিব তেওঁৰ তাত কিবা সুবিধা হয় নেকি সুধিব লাগিব।

দুয়ো কিছু সময় মৌন হৈ থাকিল। বাহিৰত নতুন যাত্ৰী অহা টাঙ্গাৰ ঘোঁৰাৰ ডিঙিৰ ঘণ্টা আৰু খুৰাৰ শব্দ শুনা গ'ল।

: ঘৰলৈ যাওঁ বলা!

দুয়ো উঠিল। ৰঙ্গজীৰ ৰথভৱনৰ ওচৰত তালবনৰ মহন্তৰ হাতীটো দেখা গ'ল। তাৰ পিঠিত সুসজ্জিত হাওদা, ডিঙিত চামেলিৰ মালা।

শশীয়ে ক'লে: আজি বনখণ্ডীৰ মহন্তসকলে পৰিক্ৰমা দিব।

গোপীনাথ বজাৰ এতিয়া নিস্তব্ধ। 'ৰসবড়ি' লৈ ঘূৰি-ফুৰা ফেৰিৱালাৰ চিঞৰৰ বাহিৰে এতিয়া আৰু একো শব্দ নাই। দুয়ো আগবাঢ়িল।

* * *

ৰায়চৌধুৰীৰ চিকিৎসালয়ে ইতিমধ্যে গা কৰি উঠিল। হাজাৰ চেষ্টা কৰিও ৰায়চৌধুৰীয়ে কিন্তু ভাঙ্গি (জামাদাৰ) আৰু ধীৰ সমীৰৰ মহন্তসকলৰ সমান ব্যৱস্থা কৰিব নোৱাৰিলে।

শশীয়ে হনুমানজীৰ মন্দিৰৰ প্ৰাঙ্গণত মানুহ কিছুমান বহি থকা দেখিলে তাই। সিহঁতে যমুনা পাৰ হৈ ক্ষীৰ বেচিবলৈ আহিছিল। সিহঁতৰ হাতত উদং 'কৰিয়া'।

শশী গৈ সিহঁতৰ ওচৰত বহিল। একোবাৰ মূৰ তুলি চাই আকৌ সিহঁত গল্প কৰাত লাগিল।

শশীৰ দুয়ো নয়ন ভৰি আহিল। মন্দিৰ বিক্ৰী হোৱাৰ এক প্ৰকাৰ ঠিকেই হৈ গৈছে। তাই আলমগড়ৰ পূজাৰীৰ লগত বেচ নিশ্চিন্ত মনেই আছিল। তাৰোপৰি তাই আৰু নিশ্চিত হৈছিল এই ভাবিয়ে যে আলমগড়ৰৰ পূজাৰীয়ে তাইৰ একো অনিষ্ট কৰিব নোৱাৰে।···বেচ নিশ্চিন্ত মনেই তাই কিছুমান দিন পাৰ কৰি দিছিল।···মানুহৰ তাচ্ছিল্যাই তাইৰ কোনো গ্লানিবোধৰ জন্ম দিব নোৱাৰিছিল। কিন্তু তিৰোতাৰ বদনাম বদনামেই! ই এখন শিলালিপি, মাটিৰ তলত পোত গৈ থাকিলেও মানুহে যেন কুৰুকি কুৰুকি খান্দি উলিয়াই পঢ়িবলৈ যত্ন কৰে।

এই দুই-এদিনতে কিবা এটা বন্দৱস্ত নহ'লে তাইৰ সৰ্বনাশ হ'ব। তাইৰ পাচত মানুহ লাগিব।

মন্দিৰলৈ উভতি যোৱাৰ সময়ত গোটেই পথছোৱা তাই ভাবি গ'ল—হাতত আৰু তাইৰ ফুটা কড়ি এটিও নাই। আগেয়ে আজৰি সময়ত তুলসীৰ ঠাৰিৰ 'কণ্ঠিমালা আৰু গোপীচন্দৰ লদাবোৰ মিহি কৰি দুই-এক পইচা অৰ্জন কৰিছিল। কিন্তু মন্দিৰ বিক্ৰী হ'ব বুলি শুনাৰ পৰা কোনো কামতে তাইৰ উৎসাহ নোহোৱা হৈছে।··তাই ভালদৰে জানে এই শ্ৰীধামত তাই ঠিক থাবলৈ নেপাই নমৰে। 'ভাণ্ডাৰ' সমূহত ভিক্ষাৰীৰ লগত শাৰী পাতিলেও তাই ৰুটি পাব। সত্ৰত পাত পাৰি বহিলেও তাই ৰুটি পাব, ৰাধেশ্যামী সকলৰ দৰে ভজন আশ্ৰমত এটা বেলা বহি গীত গালেও তাই এটি আধলি পাব—গতিকে দুৰ্ভিক্ষৰ

প্ৰাণত পৰি মৰিব লগা অৱস্থা তাইৰ নহয়। কিন্তু এইদৰে নিশ্চিন্ত হৈ থাবলৈ খুব কমেও তাইৰ আৰু কুৰিটা বছৰৰ প্ৰয়োজন। কুৰি বছৰৰ পাচত যেতিয়া তাইৰ এই দেহস্বৰূপ ঘৰৰ বেৰ-ছাল জহি-খহি গৈ পথৰা কাপৰে ধৰা কুকুৰৰ দৰে হৈ পৰিব—ঠিক তেতিয়াই তাই ভাওঁৰাত নিশ্চিন্ত মনে পাত পাৰি বহিব পাৰিব। আলমগড়ীৰ লগত থাকিবলৈ অহাৰ আগেয়ে বেছিভাগ সময় তাই ৰাধেশ্যামীহঁতৰ খুপৰিত অতিবাহিত কৰিছে। অনেক দিন শশীয়ে সেই অসহ্য দুৰ্গন্ধৰ মাজত থিয় হৈ দুই-এজনীৰ শেষ সময়ত মুখত পানী দিছে। দুই এজনীয়ে তাইৰ হাতত খামুচি ধৰি শেষ নিশ্বাস পেলাইছে। সেই ভীষণ মুহূৰ্তৰ কথা পাহৰা নেযায়।

তাৰ পাচত নিজৰ মাজতেই তাই এক অভাৱনীয় পৰিৱৰ্তন দেখা পালে। আলিবাটত মেলাত যিবোৰ মানুহে তাইক জীৱন্ত প্ৰেতাত্মা বুলি কৌতুহলেৰে চাইছিল সেইবোৰে তাইক দেখিলে এতিয়া এক অন্য কৌতুহলেৰে চোৱা হ'ল।

তাই নিজেও অনুভৱ কৰিলে—তাইৰ সেই প্ৰেতাত্মাৰ চেহেৰালৈ আহিছে এক অনন্য পৰিৱৰ্তন। দুই এগৰাকী ৰাধেশ্যামী মায়ে কোৱা হ'ল : তাই ব্ৰজৰ এপাহ 'চামেলি' ফুললৈ ৰূপান্তৰিত হৈছে।

বজাৰৰ ওচৰ পোৱাৰ লগে লগে তাইৰ খোজৰ গতি বাঢ়িব ধৰিলে। বিহাৰী কুঞ্জত ইতিমধ্যে মানুহৰ ভিৰ হৈছে। বজাৰৰ পিনে মুখ কৰি থকা বাৰাণ্ডাত থিয় হৈ গোবিন্দজীৰ পাণ্ডাৰ ল'ৰাই চিঞৰ-বাখৰ আৰম্ভ কৰিছে আজিয়েই শেষ দিন। সুদীৰ্ঘ চাৰিটা বছৰ তাই আলমগড়ৰৰ পূজাৰীৰ লগত এই মন্দিৰতে কটালে। ইয়াৰ সকলো বস্তুৰ প্ৰতি মায়াৰ সৃষ্টি হৈছিল।

বান্দৰৰ উৎপাতত ৰাখিব নোৱাৰা ডিমক জোপা, মিঠা পানীৰ অথলাৰে একেবাৰে তললৈ নামি যাব পৰা এই 'বাপী কুঁৱাটো'… দুপৰীয়া ইচ্ছা মতে বাগৰি থাকিব পৰা আহল-বহল মজিয়াখন ?

শশীৰ দুয়ো নয়ন ভৰি আহিল। মানুহৰ ভিৰ ঠেলি তাই ভিতৰ সোমাল।

## ॥ আঠ ॥

অটলবিহাৰী ঠাকুৰৰ অটল বন।

গকুলচন্দ্ৰই 'দাবানল ভক্ষণ' কৰা কেন্নাৰি বন, যশোদাই গোদান কৰা গোপাল বন, ৰাধাই সখীসকলৰ সৈতে নিজ হাতে পুষ্পবৃক্ষ ৰোপণ কৰা ৰাধাবাৰ্গ। হৰিদাস স্বামীৰ মানস বন—নিধুবন। আৰু সেই অতীৱ ৰমণীয় নিকুঞ্জ বন। য'ত বগা ফুলৰ জোপোহাবোৰে তলমূৰ কৰি ব্ৰজৰ অমূল্য ৰজ সাবটি আত্মহাৰা হৈ আছে। এটা সময়ত এই জোপোহাবোৰে ৰাধাৰ ভৰিৰ নূপুৰৰ দৰে ফুল প্ৰসৱ কৰে আৰু গভীৰভাৱে কাণপাতি থাকিলে ভাব হয়—সেই 'ঝন ঝন' আলৌকিক শব্দেৰে যেন ব্ৰজৰ চৌদিশ মুখৰ হৈ আছে।

এক প্ৰচণ্ড আনন্দই সকলো বেদনা আৰু দুখক একোপাহ ফুললৈ ৰূপান্তৰিত কৰিছে!…সৌদামিনীয়েও বহুদিন চেষ্টা কৰিছিল—এবা কিজানি তায়ো সেই শব্দ শুনা পায়?…সেই অনন্য আধ্যাত্মিক আহ্লাদৰ শব্দ!…

কিন্তু লাহে লাহে তাই আৱিষ্কাৰ কৰিলে তাই সেই শব্দ নুশুনে।

…আৰু সেই নতুন কৌতূহলেৰে চুকে-কোণে বেমাৰী বিচাৰি ঘূৰি ফুৰা? নাই নাই সৌদামিনী এইবাৰ অতিষ্ঠ হৈ পৰিল। অনেক চাতুৰি কৰিও অনুপমাই তাইক পঁচাশী ক্ৰোশৰ সেই পৰিক্ৰমালৈ নিয়াব নোৱাৰিলে। অনুপমা হতাশ হৈ পৰিছিল যদিও শেষলৈ নিজে এই সুযোগ এৰি নিদিলে। আৰু এদিন নিৰ্বিঘ্নে এই কষ্টদায়ক পৰিক্ৰমা সমাপ্ত কৰি তেওঁ উভতিও আহিল। বাকীবোৰ যাত্ৰীয়ে যেতিয়া পৰিক্ৰমা শেষ কৰি ৰমন ৰেতিত তম্বু সাজিবৰ বাবে উভতি আহিছিল অনুপমাও তেতিয়া ঘৰলৈ উভতি আহিছিল। এইবাৰ উভতি আহি অনুপমাই সৌদামিনীক কিন্তু যথেষ্ট ভাঙি পৰা যেন দেখা পালে। তাইৰ চকুৰ গুৰিত স্পষ্ট হৈ পৰা দাগটিও অনুপমাৰ দৃষ্টিৰ পৰা এৰাই নগ'ল।

এই কষ্টদায়ক পৰিক্ৰমাৰ পৰা উভতি অহাৰ পাচত আন দিনাৰ

দৰে সৌদামিনীয়ে মাকক পৰিচৰ্যা কৰিলে। গা ধুবলৈ গৰম পানী যতনাই দিলে। নিজ হাতেৰে নিৰ্মালি আৰু প্ৰসাদবোৰ নিৰ্দিষ্ট ঠাইত আঁতৰাই থলে। আৰু তাই নিজৰ সেই শিশুসুলভ কৌতূহলেৰে নিজৰ গালখনেৰে মাকৰ গালখন ঘঁহি চালে।—কিজানি মাকৰ সেই পুৰণি উত্তাপটি বৃদ্ধি হৈছেই।

এটা সময়ত দুয়ো ভাত খাবলৈ বহিল। অনুপমাই এইবাৰ নিজৰ সেই বিচিত্ৰ যাত্ৰাৰ কথা বৰ্ণাবলৈ আৰম্ভ কৰিলে।

সৌদামিনীয়ে পোন হৈ অনুপমাৰ মুখলৈ চালে। লগে লগে অনুপমাও নীৰৱ হৈ পৰিল। তেওঁ সৌদামিনীৰ মুখত এক অবৰ্ণনীয় ক্ষোভৰ চিহ্ন বিয়পি পৰা দেখা পালে। চিকিৎসালয়ত তেতিয়াও মানুহৰ ভিৰ, ৰায়চৌধুৰী তেতিয়াও ওপৰলৈ উঠি অহা নাছিল। হঠাৎ কি হ'ল জানো, সৌদামিনী বায়ু বেগেৰে তললৈ নামি গ'ল। তলৰ মজিয়াত বহি সুদীৰ্ঘকালৰ মূৰত তাই এটি শিশুৰ দৰে হাও হাওকৈ কান্দিবলৈ ধৰিলে। অনুপমা বাহিৰলৈ ওলাই আহিল। চিকিৎসালয়ৰ ভিৰ ঠেলি ৰায়চৌধুৰীও আহি তাইৰ ওচৰত থিয়্‌ দিলে। কিছু সময় হেঁপাহ পলুৱাই কন্দাৰ পাচত তাই কিছু সুস্থ হ'ল। স্খলিত কণ্ঠেৰে এইবাৰ তাই চিঞৰি চিঞৰি ক'ব ধৰিলে: মোৰ গোটেই জীৱনটো মই এনেদৰে আনৰ দয়পৰৱশ হৈ কটাব নোৱাৰো—মই মহিয়সী নহওঁ যে তোমালোকৰ দৰে জনকল্যাণমূলক কাম কৰি মই মোৰ গোটেই জীৱন অতিবাহিত কৰিব পাৰিম। মই স্বাধীন। মই কাকো ভয় নকৰো···তোমালোকে যদি মই সলনি হোৱা বুলি ভাবিছা তেতিয়াহ'লে ··

ৰায়চৌধুৰীলৈ আঙুলি টোঁৱাই তাই চিঞৰি উঠিল তোমালোক ভণ্ড !! তোমালোকক মই কছাইৰ লগত বিজাব পাৰো।

হৃত কপৌৰ দৰে কিছু সময় তাই ছটফটাবলৈ ধৰিলে। এইখিনি সময়তে ওপৰত অনুপমাৰ স্খলিত কণ্ঠ শুনা গ'ল: সেই খ্ৰীষ্টানটো চাগৈ ইয়ালৈকে আহিব।

তাৰ পাচত তেওঁৰ কান্দোনৰ শব্দ শুনা গ'ল। দুৱাৰত মূৰ খুন্দিয়াই—গাৰ কাপোৰ আঁজুৰি তেওঁ কান্দিবলৈ ধৰিলে।

॥ ন ॥

সূৰ্য উদয় হোৱাৰ আগেয়ে প্ৰাতঃকালত কোনোবাই যদি জ্ঞান গোদৰীৰ পৰা মৌনীদাসৰ টাটীলৈ ভ্ৰমণ কৰে, ভাব হয় যেন ব্ৰজ এক ভগ্ন সাম্ৰাজ্যৰ ধ্বংসস্তূপ মাথো। ভাব হয়, চাৰিশ বছৰৰ আগতে বিদ্ৰোহীসকলক দমন কৰিবলৈ আহি ঔৰঙ্গজীৱে যি ৰক্তৰ খেলা খেলিছিল তাৰ ছিটিকনি যেন তাত এতিয়াও বিদ্যমান। প্ৰাচীন গোপীনাথ মদন মোহন, ৰাধাবল্লভৰ ভগ্ন চূড়াই এতিয়াও কাণে কাণে কয়—"সেই বীভৎস লীলা ঘটি যোৱা বেছিদিন হোৱা নাই ; এতিয়াও যেন কাণপাতি থাকিলে শুনা যায় মন্দিৰৰ ধ্বংসস্তূপৰ তলত প্ৰোথিত হোৱা পূজাৰীৰ করুণ আৰ্তনাদ।

সৌদামিনীয়ে ৰাতি নৌ পুৱাওঁতেই যমুনাৰ পাৰে পাৰে বিমোৰত পৰা মানুহৰ দৰে খোজ পেলাইছিল। গোটেই ৰাতি তাই শোৱা নাছিল। ৰুক্ষ চুলি আৰু অসংযত সাজপাৰেৰে যমুনাৰ পাৰে পাৰে ঘূৰি ফুৰা মানুহজনীক বলিয়া মানুহৰ দৰে দেখা গৈছিল। …হঠাৎ তাই বালিৰ ওপৰত আঁঠু কাঢ়ি বহিল। 'কেশী ঘাটৰ' ওচৰৰ সেই ভয়লগা পানী ঘুঁৰলিৰ শব্দ তাই শুনা পালে চাকনৈয়াৰ শব্দৰ দৰে ; এয়া যেন এক গেঙনিহে, কাণ পাতি শুনিলে তাই, বিস্ময়কৰ! মানুহে কয় বৃন্দাসখীৰ ৰথৰ চকাৰ ঘেৰঘেৰণি, শুনা যায়…কিন্তু তাই ইয়াৰ পৰিৱৰ্তে শুনা পাইছে সেই বিস্ময়কৰ শব্দ। পুৱাৰ সকলো সৰু-সুৰা শব্দক নেওচি আকাশ পাতাল নিনাদিত হৈ উঠিছে সেই প্ৰচণ্ড শব্দ।

কিছুসময় ঘূৰি-মেলি তাই ৰঙ্গজীৰ মন্দিৰৰ সিংহ দুৱাৰৰ ওচৰত থিয় হ'ল। মন্দিৰৰ কাৰ্যালয়ৰ দুৱাৰ খোলা আছিল। কৰ্মচাৰী-বোৰে হুণ্ডি আৰু বহীৰ গাথাবোৰ আগত লৈ কাম আৰম্ভ কৰিছিল।

প্ৰধান কৰ্মচাৰীজনৰ সমুখত থিয় হৈ মূৰ দোঁৱাই তাই ক'লে : ৰাধাৰাণীৰ জয় হওক।

গোটেই জাক কর্মচাৰীয়ে মূৰ দোঁৱাই কৈ উঠিল : ৰাধাৰাণীৰ জয় হওক !!

বৃদ্ধ মেনেজাৰে তাইৰ পিনে চাই ক'লে : আগবাঢ়ি যাওক।

: মই মন্দিৰ দৰ্শন কৰিবলৈ অহা নাই—মই কাম বিচাৰি আহিছিলো।

: কাম ?

গোটেইজাক কৰ্মচাৰীয়ে তাইৰ মুখলৈ বিস্ময়েৰে চালে। বৃদ্ধ মেনেজাৰে সুধিলে : তোমাৰ শিক্ষা ?

এইখিনিতে সৌদামিনী কিছু বিব্ৰত হ'ল। তাইৰ শিক্ষাৰ কথা প্ৰকাশ কৰিবলৈ তাই কিছু সঙ্কোচ প্ৰকাশ কৰিলে। ক'লে : মোৰ বাবে একো ভাঙৰ কামৰ প্ৰয়োজন নাই। ভাণ্ডাৰ গোমস্তাৰ, সহায়ক—নাইবা ৰান্ধনিৰ সহায়ক নাইবা…

এচুকত বহি থকা কেচিয়াৰজনে ঢেকঢেকাই হাঁহি ক'লে : আমি যুৱতী মহিলাক সেইবোৰ কামত নিয়োগ নকৰো। কেতিয়াবা দুই এগৰাকী শিক্ষিতা 'ৰাধেশ্যামী' বৃদ্ধা আহে, আমি পৰাপক্ষত সেই-বোৰকো আঁতৰত ৰখাৰ চেষ্টা কৰো। আজিকালি চব কথাই জটিল হৈ পৰিছে আমাৰ ভোমভাড়া আদায় কৰা 'কাৰিণ্ডাৰৰ' কাম বিচাৰি দুদিন আগেয়ে ব্ৰজৰ দুটা স্নাতক আহিছিল। অথচ সৌ সিদিনালৈ ব্ৰজৰ স্নাতকৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা আছিল।

হঠাৎ কেচিয়াৰে সচকিত হৈ কৈ উঠিল : তুমি ! তুমি চিকিৎসক ৰায়চৌধুৰীৰ জীয়েক নহয় জানো? মই তোমাক চিকিৎসালয়ত দুদিনমান কাম কৰি থকা দেখিছিলো। শুনা, ইয়াতকৈ সুন্দৰ কাম তোমাৰ বাবে আৰু একো হ'ব নোৱাৰে……যোৱা ভগৱানে তোমাৰ মঙ্গল কৰক !!

সিংহ দুৱাৰৰ ওচৰত থিয় হৈ তাই দেখিলে মন্দিৰৰ ৰথগৃহৰ পৰা চৰণবিহাৰী গৌতম ওলাই আহিছে। তাইক দেখি সি আগ্ৰহেৰে চিঞৰি উঠিল : ৰাধাৰাণীৰ জয় হওক।

সৌদমিনীয়ে মূৰ দোঁৱাই একে কথাৰ পুনৰাবৃত্তি কৰিলে।

শুনিছো আজিকালি চিকিৎসালয়ত দিন অতিবাহিত হৈছে। বৃন্দাবনৰ পাঁচ হাজাৰ মন্দিৰ দৰ্শন কৰাৰ আগ্ৰহ এতিয়া আৰু নাই চাগৈ !!

এতিয়া এই মুহূৰ্তত সৌদামিনীৰ চৰণবিহাৰীক লগ পাই বেয়া নেলাগিল। যিহেতু ঘৰলৈ উভতি গৈ তাই আকৌ অন্ধকূপটোত সোমাব লাগিলহেঁতেন। কিছুদিনৰ পৰা তাইৰ ভাব হৈছে খুপৰিৰ চাৰিওখন বেৰে তাইক হেঁচি ধৰিবহি। এদিন তাইৰ জীৱন্ত সমাধি ঘটিব! তাই ক'লে: আপোনাৰ যদি কাম নাই এতিয়া এই মুহূৰ্তত মোৰ লগত পাক এটা মাৰি আহিব পাৰিব ?

: তেতিয়াহ'লে আপুনি এইখিনিতে কিছুসময় থিয় হৈ থাকক। মই ৰথৰ চকা পৰিষ্কাৰ কৰিবলৈ মানুহ এটা নিয়োগ কৰিছিলো— তাক কৈ আহোঁগৈ।

কলগছ, কাপোৰ, ঘণ্টা ধ্বজা, কাঠৰ কিন্নৰী, গন্ধৰ্ব ইত্যাদি নথকা ৰিক্ত ৰথখনৰ চকা এটা পৰিষ্কাৰ কৰি থকা মানুহটোৱে তাইলৈ মূৰ দাঙি চালে।

: আজি তেতিয়াহ'লে আপোনাৰ বৃন্দাবনৰ পাঁচ হাজাৰ মন্দিৰ চোৱাৰ ইচ্ছা হ'ল।—কিন্তু হঠাতে এই আগ্ৰহ ?

: মোৰ উভতি যোৱাৰ সময় হৈ আহিছে।

: উভতি যাব ?

: চৰণবিহাৰীয়ে যেন একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিল: ৰঙ্গজীৰ নৌকালীলা আছে, আযোণত ৰামলীলা, পুহৰ বৈকুণ্ঠ উৎসৱ, চ'তৰ কৃষ্ণ দ্বিতীয়াৰ ব্ৰহ্ম উৎসৱ······নাই নাই ব্ৰজৰ পৰা এনেকৈ উভতি যোৱা ঠিক নহ'ব। বিশেষকৈ ৰঙ্গজীৰ ৰথযাত্ৰা নোচোৱাকৈ ?

দুয়ো গোবিন্দজীৰ সন্মুখেৰে আগবাঢ়িল। অসহ্য গৰম। গোবিন্দজীৰ ৰঙা পাথৰবোৰৰ পৰা জুইৰ ফিৰিঙতি ওলোৱাৰ উপক্ৰম হৈছে।

দুয়ো কিছুদূৰ মৌন হৈ আগবাঢ়িল। আলি কেঁকুৰি ঘূৰি দুয়ো

'ৰঙ্গনাথৰ বাগিচা' আৰু 'চৌষষ্ঠীমহন্তৰ' সমাজৰ আগেৰে জ্ঞান গোদৰী হৈ যমুনালৈ আগবাঢ়িল।

জ্ঞান গোদৰীৰ ভগ্ন প্ৰাচীৰৰ বুকুত ছুয়ো আঠা লগাই থোৱা কাগজ কিছুমান দেখিলে। পুৰণি ভূৰ্জপত্ৰৰ বৰণ লোৱা ৰুক্ষ কৰ্কশ কাগজ কিছুমান।

: কিহৰ কাগজ এইবোৰ ?

: এইবোৰ 'বাঁকে বিহাৰীৰ' মন্দিৰৰ তেজৰ সোঁতৰ আগজাননী !

প্ৰাচীৰৰ সন্মুখত থিয় হৈ সৌদামিনীয়ে সেইবোৰ পঢ়িবলৈ চেষ্টা কৰিলে: ভক্তৰ দ্বাৰা দিয়া ধন প্ৰবন্ধ কমিটিৰ অপব্যৱহাৰৰ পৰা ৰক্ষা কৰক। স্বাৰ্থৰ বাবে বিভিন্ন বিভাগৰ অধিকাৰীক 'দাৱত' দিয়া, মোকৰ্দমা আদিত মন্দিৰৰ ধন পানীৰ দৰে অপব্যৱহাৰ কৰাত আৰু মন্দিৰত পুলিচ ৰাজ্য 'কায়েম' কৰাত আমি বিৰোধিতা কৰো। যাত্ৰীৰ দ্বাৰা উৎসৰ্গা কৰা বস্ত্ৰ, বাচন, সোণ, ৰূপ, মণিমুক্তাৰ উচিত ব্যৱহাৰ কোনো দিনে হোৱা নাই—এইবোৰ চোৰাংভাৱে অনুচিত মূল্যত বিক্ৰী হয়। ৰাধাৰ গুণাৰ কাপোৰ জ্বলাই সেই গুণা বাহিৰত বেছি দামত বিক্ৰী কৰা হয়। বিহাৰীজী মহাৰাজৰ প্ৰাসাদ জ্বলোৱা কিমান জঘন্য অপৰাধ আশা কৰো সকলোৱে অনুভৱ কৰিব পাৰিব।

আৰু অনেক কাগজ অনেক কেলেঙ্কাৰী কথাৰে ভৰি থকা পুৰণি ভূৰ্জপত্ৰৰ বৰণ লোৱা কাগজ নাই ··আৰু বেছি পঢ়াৰ ইচ্ছা নহ'ল সৌদামিনীৰ। ছুয়ো যমুনাৰ বালিত নামিল। এইকেইদিনৰ ভিতৰতে জটামাংসী লতা কিছুমানে গা কৰি উঠিছে। 'ধীৰ সমীৰৰ' এই ঘাটত এতিয়া কোনো মাঙ্গলিক কামৰ যাত্ৰী নাই। ডাঙৰ ডাঙৰ কাছবোৰে এতিয়া জটামাংসীৰ জোপোহাৰ ছায়াত আশ্ৰয় লৈছে। পৰিক্ৰমাৰ পথেৰে ছুয়ো আগবাঢ়িল।

চৰণবিহাৰীয়ে ক'লে: এইখিনি সময়ত ঠিক এইখিনি ঠাইত আপুনি এটি ৰহস্যময় বস্তু দেখা পাব, মানে যমুনাৰ জলধিৰ পৰা উঠি অহা এক অনন্য পোহৰে সমগ্ৰ দিশ প্লাৱিত কৰি পেলাব। চাওক আপুনি ভালদৰে চাওক······

ঃ নাই আজি মোৰ সেইবোৰ একো মন যোৱা নাই···

ঃ আপোনাৰ মনলৈ হতাশা আহিবলৈ আৰম্ভ কৰিছে ?

সৌদামিনী মৌন হৈ থাকিল। বতাহ এছাটিৰ লগে লগে বাঁকে বিহাৰীৰ সেই কেলেঙ্কাৰী, কাগজ দুই-এখন বালিৰ ওপৰত উৰি আহি থৰমৰাবলৈ ধৰিলে। অলপ আঁতৰত সাপ বিচাৰি ফুৰা মানুহটোৰ চিপৰাঙৰ শব্দ শুনা গ'ল—সি এই ঘাটৰ ডিমৰুৰ তল খুচৰিবলৈ আৰম্ভ কৰিছে।

ঃ আহক সৌ চিৰিৰ ওচৰত কিছু সময় বহিলে আপোনাৰ মন মুকলি লাগিব, সৌ ভগ্ন চিৰি কেইটা দেখিছে নহয়, সৌ সিদিনা মাত্র চিৰিৰ তলত প্রোথিত হাতত পানপাত্র আৰু মূৰত সাতটি সর্পফণা শোভিত ভগৱান দধিকর্ণৰ মূর্তি এটা আৱিষ্কাৰ হৈছে। এয়ে সেই 'ধীৰ সমীৰ ঘাট' য'ত ৰাধাৰ পদোদ্বয় মূৰত লৈ গকুলচন্দ্রই ৰাধাৰ মানভঞ্জন কৰিবলৈ চিঞৰি উঠিছিল ঃ

স্মৰ গৰল খণ্ডনং মম শিৰসি মণ্ডনং
দেহি পদপল্লৱ মুদাৰম্ !!"

দুয়ো চিৰিৰ ওচৰলৈ আগবঢ়িল। হঠাৎ চৰণবিহাৰীক তাই এটা অনাহুত প্রশ্ন সুধিলে ঃ আপুনি বহুদিন বৃন্দাবনত আছে, কওকচোন মোৰ দৰে তিৰোতা কেতিয়াবা বৃন্দাবনলৈ আহিছিল নে ?

ঃ আপোনাৰ দৰে মানে ?

মৌন হৈ পৰিল সৌদামিনী। তাইৰ দুয়ো নয়ন ভৰি আহিল।

ঃ যি কথাই আপোনাক দুখ দিয়ে সেই কথা মোৰ আগত আপুনি প্রকাশ কৰিব নেলাগে। কিন্তু মই বুজি পাইছো আপোনাৰ দৰে মানুহ যি দুই এজনী ইয়ালৈ আহিছিল সিহঁতৰ বাবে মোৰ বুকুত হুমুনিয়াহৰ বাহিৰে একো নাই···আৰু শুনক—হয়তো আহিছিল।

ঃ হুমুনিয়াহ !!—কিয় আপোনাৰ মন নেযায় মোক মৰম কৰিবৰ ? মানুহে কয় মই এতিয়াও সেই বুঢ়ী তিৰোতাবোৰৰ দৰে হোৱা নাই—

অন্তঃসাৰশূন্য, চৰিত্রহীনা অনেক তিৰোতাৰ লগত এসময়ত

উত্তেজনাময় অনেক সময় চৰণবিহাৰীয়ে অতিবাহিত কৰিছে—মদৰ নিচাৰ দৰে ইও তেওঁৰ একপ্ৰকাৰ নিচাই আছিল। কিন্তু আজি এই মুহূৰ্ত্তত বৰ আচৰিতভাৱে তেওঁ আৱিষ্কাৰ কৰিলে তেওঁৰ সন্মুখত বহি থকা মানুহজনীৰ মুখখন সঁচাকৈয়ে বহুতখিনি তেওঁৰ নিজৰ জীয়েকৰ দৰে। আৰু তাই এতিয়া চামেলিৰ মালা পিন্ধি ?

: কি চাইছে মোৰ মুখলৈ এনেকৈ ?—সঁচাকৈয়ে কওক মই বাৰু বুঢ়ীৰ দৰে হৈ গ'লো নেকি ? এসময়ত মানুহে মোৰ শাৰীৰিক লাৱণ্যক উচ্চ প্ৰশংসা কৰিছিল। দিন বাগৰি যোৱাৰ লগে লগে··· কওক আপোনাৰ মন নেযায় মোক···। এই অলপ আগেয়ে আপুনি ক'লে সৌথিনিত যমুনাৰ পানীৰ পৰা এক আধ্যাত্মিক পোহৰ উঠে তাক একমাত্ৰ আপুনি দেখা পায়।···ঠিক আপোনাৰ দৰে ময়ো কিছুদিন ধৰি এনে এক অদ্ভুত অন্ধকাৰে মোৰ সমস্ত জীৱন গ্ৰাস কৰিবলৈ আগবাঢ়ি অহাঁ যেন দেখোঁ···অথচ কেতিয়াবা ভাব হয় এই অন্ধকাৰ পোহৰবো অধিক। আপুনি বিশ্বাস কৰক···

শেষৰ পিনে সৌদামিনীৰ কণ্ঠ স্খলিত হৈ পৰিল।

: তেতিয়াহ'লে সেই খ্ৰীষ্টানজনে,—মাফ কৰিব মই তেওঁৰ নাম ভালদৰে নেজানো—তেতিয়াহ'লে কিছু সান্ত্বনা দিব পাৰিছিল ?

আকৌ এবাৰ মৌন হৈ পৰিল সৌদামিনী। দুয়ো আঁঠুত মূৰ গুজি তাই বালিৰ ওপৰত লিখিবলৈ ধৰিলে—হিন্দু, মুছলমান, খ্ৰীষ্টান !! হিন্দু মুছলমান···খ্ৰীষ্টান !!

: স্বামীৰ স্মৃতিয়ে জীয়াই থকাৰ প্ৰেৰণা দিয়ে ?

: নিদিয়ে। তেওঁৰ মুখখনো মই এতিয়া ভালদৰে মনত পেলাব নোৱাৰো। চব কথা যেন ধূলিৰে ধূসৰিত হৈ আছিছে। অথচ কেতিয়াবা ভাব হয় একো নাই—সেই স্মৃতিৰ বাহিৰে চব শূন্য।

: জীয়াই থকাৰ প্ৰেৰণা কোনে দিয়ে

: আপুনি এতিয়াই ক'লে সেই খ্ৰীষ্টানজনৰ কথা—তেওঁ এক-ধৰণৰ প্ৰেৰণা মোক দিয়ে ; তেওঁ আছে ! তেওঁ আছে !!—এই থকাটো যে কি এক অবিশ্বাস্য প্ৰেৰণা মই বুজাব নোৱাৰিম।

আপুনিও ঠিক বুজি নেপাব। গুনক পৃথিবীৰ কোনেও বুজি নেপাব। অথচ মই জানো মই তেওঁৰ প্ৰেমত ঠিক তেনেদৰে পৰা নাই অথচ তেওঁ আছে। আৰু তেওঁ থকাতো কওকচোন মোৰ দৰে কোনোবা তিৰোতা আহিছিল নে এই পবিত্ৰ ভূমিলৈ।

চৰণবিহাৰীয়ে তলমূৰ কৰিলে। কোনোদিনে অনুভৱ নকৰা এক ব্যথা অনুভৱ কৰিলে তেওঁ গোপনে। জীয়েকৰ কোমল মুখখন এই মুহূৰ্ত্তত বাৰে বাৰে তেওঁৰ মনত পৰিল। এৰা তাই চামেলিৰ মালা পিন্ধি মন্দিৰে মন্দিৰে ঘূৰি ফুৰে।

## ॥ দহ ॥

অৱশেষত এদিন 'বিহাৰী মোহন কুঞ্জ' বিক্ৰী হৈ গ'ল। পাণ্ডা আৰু 'দালাল'ৰ হাতৰ পৰা যি অংশ ঠাকুৰ চাহাবৰ হাতত পৰিল তাৰ আকৌ এটি অংশ আলমগড়ীক দিবলগীয়া হ'ল। ঠাকুৰ চাহাবৰ আজোককাকে 'ৰাধা দামোদৰক' পিন্ধাই থোৱা সোণৰ অলঙ্কাৰ, সোণৰ বাঁহী ইত্যাদি ইচ্ছা কৰাহেঁতেন ঠাকুৰ চাহাবে খুলি নিব পাৰিলেহেঁতেন। আনকি তেওঁৰ ওচৰত মাজে সময়ে বহা কৃষ্ণৰ 'নেত্ৰ' আৰু পোছাক বিক্ৰী কৰা বেপাৰীটোৱে ক'লেহি : চাহাব বুকুত শিল বান্ধা! নহ'লে চলিবলৈ- টান হ'ব, এয়া আগৰ ব্ৰজ নহয়। মানুহে বিগ্ৰহৰ গাৰ কাপোৰ আঁজুৰি নি আজিকালি মথুৰাৰ হাটত বেচিবলৈ আৰম্ভ কৰিছে।

ঠাকুৰ চাহাবে অৱশেষে বুকুত শিল বান্ধিব নোৱাৰিলে। সোণৰ অলঙ্কাৰ আৰু বাঁহীটি তেওঁ কোনোমতেই আঁতৰাই আনিব নোৱাৰিলে।...কিছুদিনৰ পৰা তেওঁৰ বিবেকৰ দংশন আৰম্ভ হৈছিল। এই মন্দিৰটি তেওঁৰ বংশৰ ঐতিহ্যৰ একমাত্ৰ স্মৃতিচিহ্ন আছিল। আজোককাকে মৃত্যুৰ সময়ত কৈ গৈছিল : ভিক্ষা কৰি খাবলগীয়া অৱস্থা হ'লেও মন্দিৰটিত কোনেও হাত নিদিবি আৰু এই ট্ৰাষ্টৰ পইচাৰ প্ৰতি কোনেও লোভ নেৰাখিবি। অমঙ্গল হ'ব!

ঠাকুৰ চাহাবৰ পৰিয়াল গৈ 'ৰাধেশ্যামী' বুঢ়ীহঁতে বাস কৰা খুপৰি এটাত উঠিল। আজোককাকৰ দিনত এই খুপৰিত টাঙ্গাৰ ঘোঁৰাৰ বাবে দানা ৰখা হৈছিল।

দুৱাৰ, খিৰিকি নথকা এই অন্ধকূপত সোমাই পৰাৰ লগে লগে ঠাকুৰ পৰিয়ালৰ এই তিনিটা মানুহে মানসিক দুশ্চিন্তাত এক অন্যৰূপ ধাৰণ কৰিলে। ওচৰে-পাঁজৰে থকা 'ৰাধেশ্যামী-হঁতে' মৃণালিনীক ৰাতি উজাগৰে মজিয়াত পৰি থকা দেখিলে—ৰাধেশ্যামী বুঢ়ীহঁতে যেনেদৰে বজাৰৰ আশে-পাশে ঘূৰি ফুৰে। সত্ৰ আৰু চুঙ্গিৰ আশে-পাশে ঘূৰি দলিয়াই পেলোৱা টিং টেমা গোটাই ফুৰে ঠিক তেনেদৰে মৃণালিনীয়েও এপদ দুপদকৈ বস্তু গোটাই এখন সংসাৰ গঢ়ি তোলাৰ চেষ্টা কৰিলে।···কিন্তু ওচৰপাঁজৰৰ মানুহ-খিনিয়ে লাহে লাহে কোৱা-মেলা কৰা হ'ল খুপৰিত সোমোৱাৰ দিন ধৰি তাইৰ চালচলন কিছু অন্য ধৰণৰ হৈ পৰিছে। অৰ্থাৎ তাই মানসিক ব্যাধিগ্ৰস্ত মাককে অনুসৰণ কৰিব বুলি দুই একে কোৱা-কুই কৰিলে।

খালি টিং, বটল, টিনৰ সাঁফৰ গোটাই তাই এই অন্ধকূপৰ এটা অংশ ভৰাই পেলালে।

মন্দিৰত থাকোতে ঠাকুৰ চাহাবে লাঠীৰে খেপিয়াই খেপিয়াই মজিয়াত ঘূৰা-মেলা কৰিছিল। আনকি কেতিয়াবা ওলাই গৈ বাহিৰৰ বজাৰমুৱা চিৰিতো বহিছিলগৈ। এতিয়া তেওঁ বাহিৰ ওলাব নোৱৰা হ'ল। কাৰণ অন্ধ চাহাবৰ লাঠীয়ে ইয়াত কাম নিদিয়ে। ভগ্ন ইটাৰ মজিয়া, সন্মুখৰ ভগ্ন কুঁৱাৰ আবৰ্জনা, মন্দিৰলৈ উঠা ভগ্ন চিৰিৰ খলাবমাত অন্ধ ঠাকুৰ চাহাবৰ লাঠীয়ে কাম নিদিয়ে।

তেওঁ সেই অন্ধকূপৰ ভিতৰত দিনৰ পাচত দিন অতিবাহিত কৰিব ধৰিলে।···ইতিমধ্যে গ্ৰীষ্মৰ সেই প্ৰচণ্ড উত্তাপৰ দিন আহিল।···খুপৰিৰ ভিতৰত এই তিনিটা প্ৰাণীয়ে চাটি-ফুটি কৰি থাকিব ধৰিলে। দিনত ৰ'দ, ৰাতি শিলৰ বেৰৰ পৰা জুইৰ দৰে অহা

প্ৰচণ্ড উত্তাপে এই তিনিওটা প্ৰাণীক এপিনৰ পৰা দেই পুৰি আনিব ধৰিলে।

নানকাম, চৰাই ৰোহিলা আৰু পেচোৱাৰৰ 'ৰাধেশ্যামী' বুঢ়ীৰ দেহত এই উত্তাপ সহ্য হৈ গৈছে। খুপৰিৰ ভিতৰত সিহঁতে উলঙ্গ হৈ থাকি গ্ৰীষ্মৰ উত্তাপ সহ্য কৰিব পৰা হৈছে।...ব্ৰজৰ চাৰি হেজাৰ আশ্ৰয়হীনা 'ৰাধেশ্যামীয়ে' এই গ্ৰীষ্মৰ দিনত উলঙ্গ হৈ কটাই দিব পৰা হৈ গৈছে।

কিন্তু ঠাকুৰ চাহাবৰ পৰিয়ালৰ বাবে ই মাৰাত্মক হৈ দেখা দিলে। তিনিওটিয়ে আক্ৰমণ উদ্যত পশুৰ ৰূপ ধাৰণ কৰিলে। খুপৰিৰ পৰা মাজে মাজে অশ্লীল গালি-শপনিও ভাঁহি আহিবলৈ ধৰিলে। মানসিক বিকাৰগ্ৰস্ত ঠাকুৰ চাহাবৰ পৰিবাৰৰ প্ৰচণ্ড অভিযোগ এদিন শুনা গ'ল: তোমাৰ বাবে আমাৰ এই অৱস্থা। মই চব জানো তুমি কোন সময়ত কোনজনী বেশ্যাৰ ওচৰলৈ গৈছিলা মোৰ চব মনত আছে—আৰু অনেক কথা মোৰ মনত আছে ··১৯৬৬ চনত পতিতা বৃত্তি দমন আইন অনুসাৰে:কলিকতাত কেচ হৈছিল মাত্ৰ পাঁচটি···১৯৬৭ চনত ১৯টি আৰু ১৯৬৬ চনত সেই বান্দৰমুৰা কেন্দ্ৰীয় মন্ত্ৰীটিয়ে এই বেশ্যাবোৰৰ এক সমাবেশত আশ্বাস দি কৈছিল তেওঁলোকৰ ওপৰত পুলিচৰ জুলুম বন্ধ হ'ব।

পৰম বিজ্ঞৰ দৰে কথাখিনি কৈ ঠাকুৰ চাহাবৰ মানসিক ৰোগগ্ৰস্ত পৰিবাৰে হাঁহিব ধৰিলে।

এইবাৰ তেওঁ ঠাকুৰ চাহাবৰ পিনে আঙুলি টোঁৱাই চিঞৰি উঠিল: মই আৰু কথা জানো,—১৯৬২ চনত মোৰ জন্মভূমিৰ মানুহে বিলাতী মদ পান কৰিছিল ২৭৬৮২৩৬ লিটাৰ আৰু ১৯৬৪-৬৫ চনত ৩৪২০৭৪৮ ··এৰা মই সংখ্যাটো ঠিক মনত ৰাখিছো নে নাই পাহৰিলো। কিন্তু তুমি কোন সময়ত কোন দোকানলৈ গৈছিলা তাৰো এটা হিচাপ মই মনত ৰাখিছো।

ঠাকুৰ চাহাবে যথেষ্ট কোমল কণ্ঠেৰে ক'লে: যোৱা এতিয়া বাহিৰত বতাহ দিছে। কুঁৱাৰ ওচৰত ঢাৰি পাৰি বহাগৈ।

: তুমি নিমৰ পাতবোৰ সৰা কাৰণে বতাহ দিয়া বুলি ভাবিছা, আচলতে সেইবোৰ বান্দৰ। দেখিছানে সেই গোখোৰামুৱা ভিডি বেঁকা বান্দৰটোৱে কেনেকৈ জপিয়াব লাগিছে। সেইবাবেই নিমৰ পাতবোৰ সৰিছে !!

বান্দৰটোলৈ চাই ঠাকুৰ চাহাবৰ পৰিবাৰে এইবাৰ ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। তাৰ পাচত বান্দৰ চাবলৈ আহি তেওঁ কুঁৱাৰ পাৰত থিয় দিলে। এই সুযোগত অন্ধ ঠাকুৰ চাহাবে খেপিয়াই খেপিয়াই গৈ বাহিৰৰ দুৱাৰ বন্ধ কৰি দিব খুজিলে। কিন্তু এক হিংস্ৰ বাঘিনীৰ ৰূপ লৈ তেওঁৰ পৰিবাৰ আকৌ উভতি আহিল।

: দুৱাৰ বন্ধ কৰিব নোৱাৰা। গোহাল খাই মৰিব চব—একেবাৰে গায়ে-পোৱে তল যাব। ডিঙিত ঘুমুচা জৰী বান্ধিলে কি হ'ব—পাপে মন একেবাৰে গুলুম বান্ধি আছে !!

অন্ধ ঠাকুৰ চাহাবক আনি আকৌ টিনৰ চকীত বহুৱাই দিলে। টিনৰ চকীত বহি ঠাকুৰ চাহাবে পত্নীৰ কথা শুনিবলগীয়া হ'ল।

এক অন্তস্পৰ্শী কণ্ঠেৰে ঠাকুৰ চাহাবৰ পত্নীয়ে ক'লে: ভগৱা'ন মোক এই সুযোগ দিব বুলি মই জানো। বহুদিনৰ আগেয়ে তুমি যেতিয়া মদ আৰু অসতী তিৰোতাৰ লগত ব্যস্ত আছিলা তেতিয়া ভগৱানক মই এটাই প্ৰাৰ্থনা কৰিছিলো তুমি এইখন টিনৰ চকীত বহি মোৰ কথা শুনিবা, মোৰ এই 'মণিমাণিক্য খচিত' কথা শুনিবা। মোৰ যৌৱন কেতিয়াবাই শেষ হৈ গৈছে—তুমিও এতিয়া বুঢ়া আৰু আমাৰ মাজত এইবোৰ 'মণিমাণিক্য খচিত' কথা। এতিয়া আৰু মোৰ কোনো দুখ নাই—মাথো দুখ হয় তুমি যেতিয়া কোৱা—তোমাক কোনোবাই লাঠী মাৰি ব্ৰজলৈ পঠিয়াইছে।

ঠাকুৰ চাহাবৰ পত্নীৰ ওঁঠৰ প্ৰান্তে প্ৰান্তে এইবাৰ হাঁহিৰ ৰেখা ফুটি উঠিল। লাহে লাহে তেওঁৰ হাঁহি কান্দোনলৈ ৰূপান্তৰ হ'বলৈ ধৰিলে। তেওঁ খুপৰিৰ অন্ধকাৰ দেৱালত মুৰ খুন্দিয়াই খুন্দিয়াই কান্দিবলৈ ধৰিলে। তাৰ পাচত মৃণালিনীয়ে গোটাই থোৱা টিংবোৰ ঠাকুৰৰ গালৈ দলিয়াবলৈ ধৰিলে।

খুপৰিত সোমাই থকা 'ৰাধেশ্যামী'হঁত বাহিৰলৈ ওলাই আহিল ঃ বুঢ়াটোক মাৰি পেলাব এতিয়া। ধৰ কোনোবা এজনীয়ে ধৰ তাইক।

এজনীয়েও কিন্তু ওচৰলৈ যাবলৈ সাহ কৰিব নোৱাৰিলে। এক অদ্ভুত দৃশ্যৰ সন্মুখত ৰাধেশ্যামী বুঢ়ী কেইজনীয়ে এজনীয়ে আনজনীৰ হাতত খামুচি ধৰি থিয় হৈ ৰ'ল।

ঠাকুৰ চাহাবৰ পৰিবাৰে কাপোৰ খুলিলে আৰু নিজৰ সেই শুকান স্তনদ্বয়ক নিজেই চোবাবলৈ চেষ্টা কৰিলে,—তেজৰ কণিকা বিৰিঙি উঠিল—কিন্তু কোনো এগৰাকী ৰাধেশ্যামী তেওঁৰ ওচৰলৈ যাবলৈ সাহ কৰিব নোৱাৰিলে।

## ॥ এঘাৰ ॥

ৰঙ্গজীৰ যোগীবাহন স্বামীজী পৰকাল স্বামীজী—বৰ বৰ মুনি স্বামীজী আৰু কাঞ্চীপূৰ্ণ স্বামীজীৰ উৎসৱত স্বয়ং গোদাআম্মাও শোভাযাত্ৰাত বাহিৰ ওলাল।···ইয়াৰ পাচত আহিনৰ হস্তা নক্ষত্ৰৰ দিনা 'নৱৰাত্ৰিৰ' উৎসৱ আৰম্ভ হ'ল। স্বৰ্ণ স্তম্ভৰ প্ৰাঙ্গণত আকৌ বাহিৰ ওলাল গোদাআম্মাৰ শোভাযাত্ৰা।

'নৱৰাত্ৰিৰ' উৎসৱ শেষ হোৱালৈকে আলমগড়ৰৰ পূজাৰী আৰু শশী একেলগেই আছিল। অৱশেষত তাই বনখণ্ডীৰ 'ৰাধেশ্যামী' বাস কৰা খুপৰি এটিলৈ যোৱাৰ আয়োজন কৰিলে।

আলমগড়ীয়েও এদিন—'বিহাৰীকুঞ্জ' এৰিছিল। তেওঁ যমুনাৰ পাৰৰ পৰিত্যক্ত অট্টালিকা এটাত তামৰ কড়ি মাৰি ঠিকনা চোৱা পণ্ডিত এটিৰ লগত থাকিবলৈ ললে। নতুন কাম নোপোৱালৈ ঠিকনা চাবলৈ অহা মানুহৰ পৰিচৰ্যা কৰি এসন্ধ্যা খোৱাৰ যোগাৰ কৰিলে।

বনখণ্ডীৰ খুপৰিত বাস কৰা শশীৰ বাবে লাহে লাহে অৱশেষে দুৰূহ হৈ পৰিল। কাৰণ এজাক শৰ্দূল শুণ্ডি ফুৰা তেজা তাইৰ

খুপৰিৰ সন্মুখত থিয় হৈ ৰং-তামাচা কৰা একপ্ৰকাৰ কৰ্তব্য হৈ পৰিল।

গৰুড় স্তম্ভত চাৰিওকালে যেতিয়া গোদাআম্মাক শোভাযাত্ৰা কৰি ভ্ৰমণ কৰোৱা হৈছিল শশীয়ে আগ্ৰহেৰে যাত্ৰীবোৰ চাইছিল। শেৰাফী শেঠনী কিজানি আহেই? শেৰাফী শেঠনীৰ গোপালক পৰিচৰ্যা কৰিবলৈ পোৱাও অত্যন্ত সৌভাগ্যৰ কথা হ'ব। নৃসিংহ স্বামীৰ উৎসৱ আৰু শঠকোপ স্বামীৰ উৎসৱৰ প্ৰতিদিনাই শশীয়ে আহি বজ্ৰজীৰ দুৱাৰ মুখত থিয় হ'ল। নাই, শেৰাফী শেঠনী নাই, তেওঁৰ সুসজ্জিত টাঙ্গাও নাই, দোলাও নাই। তেওঁৰ লগত অহা লিগিৰীৰ সমদলো নাই।

'নৱৰাত্ৰিৰ' উৎসৱৰ সময়তো তাই একপ্ৰকাৰ হতাশ হোৱাৰ দৰে আহি খুপৰিৰ দুৱাৰ বন্ধ কৰি বিছনাত পৰিছিলহি। কেশী ঘাটৰ ৰামলীলাৰ ৰাৱণৰ ভয়ঙ্কৰ কণ্ঠস্বৰে তেতিয়া ব্ৰজৰ বায়ুমণ্ডল গধুৰ কৰি তুলিছিল। খুপৰিত শুই শুই শশীয়ে ৰাৱণৰ কণ্ঠস্বৰ শুনিছিল।

তাৰ পাচত শশীয়ে শুনিলে সেই ভয়ঙ্কৰ অট্টহাস্য—এই অট্টহাস্যৰ বাবে শশী বিছনাৰ ওপৰত উঠি বহিবলৈ বাধ্য হ'ল। ওচৰৰ খুপৰিৰ দুই এগৰাকী ৰাধেশ্যামীৰ নাকৰ ঘেৰঘেৰণি তাই শুনা পালে।

বেছিভাগেই ৰামলীলাৰ মজিয়াত বহিছে।

হঠাৎ শশীয়ে দুৱাৰত কোনোবাই ঢকিওৱাৰ দৰে শুনিলে। লগে লগে মানুহৰ কণ্ঠস্বৰ শুনা গ'ল:

: খোলা, দুৱাৰ খোলা?

: কোন?

: দুৱাৰ খোলা তাৰ পাচত কম—মই কোন?

: নাম কোৱা—নহ'লে মাজৰাতি দুৱাৰ খুলিব নোৱাৰো।

: বৰ 'ৰাহাদুৰি' নেদেখুৱাবা, ইচ্ছা কৰিলে গোৰ মাৰি দুৱাৰ ভাঙি পেলাম—শুনা মই আলমগড়ীৰ বন্ধু; তোমাক এই বিপদৰ

সময়ত সামান্য সহায় কৰিম বুলিয়ে এইখিনিত ৰামলীলা চাই আহি থিয় হৈছো।

এইবাৰ শৰীৰ উত্তৰলৈ অপেক্ষা নকৰি মানুহটোৱে দুৱাৰত গোৰ মাৰিব ধৰিলে। নাকেৰে শব্দ কৰি শুই থকা ৰাধেশ্যামীহঁত এতিয়াই সাৰ পাই উঠিব। আৰু ৰাতিপুৱা সিহঁতে তাইক খুপৰি এৰি যাবলৈ বাধ্য কৰাব।

তাই দুৱাৰ খুলি দি দেখিলে এটা অচিনাকি মানুহ কান্ধত এখন পৰিষ্কাৰ উত্তৰীয়।

শুনা মই আলমগড়ীৰ অনুমতি লৈ আহিছো। তেওঁৰ সৈতে তোমাৰ বিচ্ছেদৰ কথা তোমাৰ ওপৰত নিৰ্ভৰ কৰিছে। শুনাময়ো এটা প্ৰস্তাৱ দিব আহিছো মানে মোৰো মন্দিৰ আছে আৰু মোক সহায় কৰা তিৰোতা এজনী লাগে। তুমি আলমগড়ীক যেনেদৰে সহায় কৰিছিলা মোকো তেনেদৰে কৰিব লাগিব—মানে দৰকাৰ হ'লে মোৰ লগত শুবও লাগিব। আৰু শুনা ৰামলীলাৰ মৈদানত এজাকে তোমাৰ মূৰৰ ওপৰত ছাল নোহোৱাৰ কথা গম পাইছে। সিহঁতে সুযোগ লব। কিন্তু ময়ো সহজ মানুহ নহয়। মানে মই সকলো অস্ত্ৰ প্ৰয়োগ কৰিম।

এটা দুৰ্গন্ধ চাৰিওকালে বিয়পি পৰিছিল। মানুহটোৱে পচা দৈ মিহলোৱা ভাং খাই আহিছে চাগৈ।

আঙুলি জোকাৰি দি- চিঞৰি উঠিল: পিচত গোহাল খাই মৰিব লাগিব। শেষত পৰিক্ৰমাৰ পথ···প্ৰতিকে সেই ৰাং কুকুৰৰ জাকটো অহাৰ আগেয়ে···মই শান্তিকামী মানুহ···সিহঁতৰ দৰে বাঘ নহওঁ জানা নহয় এনেকুৱা বাঘে চিকাৰৰ কানি-কাপোৰ পৰ্যন্ত চোবাই খায়।

হুটঙা পুৰুষটিয়ে এইবাৰ কপালৰ ঘাম মচি ললে। তাৰ পাচত আকৌ ক'লে: এতিয়ামানে ৰজাৰ সুপ্ৰভাতৰ পাচত বিশ্বৰূপ দৰ্শন চাগৈ আৰম্ভ হৈছে। পুৱাৰ সময়ত ৰাধেশ্যামী বুঢ়ীহঁতৰ খুপৰিৰ সন্মুখত বৈ থাকিলে অশোভন দেখায়। —বিদায়, কথাটো ভাবি

চাখা।...তাওৰ পিচাই মানুহটোক ভালদৰেই ধৰিছিল। খোজবোৰ থৰক বৰক হৈ পৰিছিল।

বঙ্গজীৰ শোভাযাত্ৰা ইতিমধ্যে সিংহ দুৱাৰ পাৰ হৈ আহিছে। বংশীগোপাল আৰু ৰাধা দামোদৰৰ মন্দিৰত আৰতিৰ শঙ্খ-ঘণ্টাৰ শব্দ শুনা গৈছে।...মন্ত্ৰমুগ্ধ হোৱাৰ দৰে বঙ্গজীৰ শোভাযাত্ৰাৰ পিচে পিচে উদং ভৰিৰে আগবঢ়া 'ৰঙ্গজীৰ' যুৱক স্বামীজীক তাই দেখা পালে। যোৱা বছৰ ৰথযাত্ৰাৰ সময়ত স্বামীজীয়ে ৰথৰ জৰী টনাৰ সময়ত তাই স্বামীজীৰ নিচেই ওচৰত থিয় হৈ আছিল।

গজেন্দ্ৰমোক্ষ উৎসৱৰ গজগ্ৰাহীৰ লীলাৰ সময়ত, ঝুলনত গোদাআম্মা আৰু ৰঙ্গজীৰ লীলা চোৱাৰ সময়ত, গৰুড় জয়ন্তী উৎসৱত গজেন্দ্ৰ-মোক্ষ কুণ্ডত নৌকা বিহাৰ চোৱাৰ সময়ত, স্বৰ্ণস্তম্ভত গোদাআম্মাই পৰিক্ৰমা দিয়াৰ সময়ত, অনেক অনেকবাৰ এই বালব্ৰহ্মচাৰী বৰ্তমানৰ যুৱক স্বামীজীক তাই দেখি আহিছে। স্বামীজীক দেখাৰ লগে লগে এক স্বৰ্গীয় আনন্দৰ উত্তেজনাত তাইৰ কুৰি বছৰীয়া কোমল দেহ ঠক ঠককৈ কঁপি উঠিছে। যিমানেই তাই সংকুচিত হৈ পৰিছে সিমানেই স্বামীজীক আকৌ এবাৰ লগ পোৱাৰ আশাত তাইৰ অন্তৰাত্মাই হাহাকাৰ কৰি উঠিছে।

চীৰহৰণ ঘাটেৰে গৈ শোভাযাত্ৰা যমুনাৰ পানীৰ ওচৰলৈ আগবাঢ়িল। তাই ভগ্ন চিৰি এটিত বহি স্বামীজীয়ে পানী তোলা চালে। চানাইৰ নিনাদ আৰু মন্ত্ৰৰ ধ্বনিয়ে যমুনাৰ পুলিন মুখৰিত কৰি তুলিলে। স্বামীজী পানীৰ পৰা উঠি আহি বিশাল ছত্ৰটিৰ তলত আশ্ৰয় ললেহি।

এটা সময়ত তাই উভতি আহি খুপৰিৰ সমুখত থিয় হ'ল। কিন্তু দুৱাৰ মুখত তাই দুগৰাকী 'ৰাধেশ্যামীক' থিয় হৈ থকা দেখিলে। তাই ওচৰ পোৱাৰ লগে লগে দুয়ো ক'লে: তোক বিচাৰি আৰু দুটা মানুহ আহিছিল সিহঁতৰ ডিঙিত 'কণ্ঠিমালা' নাই—বাং কুকুৰৰ দলৰ চাগৈ।

তাইৰ মুখত কোনো ভাব পৰিৱৰ্তন নেদেখি দুয়ো সুধিলে: তই তেতিয়াহ'লে আলমগড়ীৰ ওচৰলৈ উভতি যাবি?

—নেথাওঁ।

ৰাধেশ্যামী ছুগৰাকী অসন্তুষ্ট হ'ল। তাই এই খুপৰিত বাস কৰা মানেই ৰাধেশ্যামীহঁতেও ব্ৰজৰ সেই ৰাংকুকুৰ জাকৰ নিৰ্যাতন সহ্য কৰাৰ বাবে সাজু হোৱাৰ কথা। দুয়োটা একেই কথা। সিহঁত দুয়ো অসন্তুষ্ট হৈ ওলাই গ'ল।

ৰাধেশ্যামীহঁত ওলাই যোৱাৰ পাচত খুপৰিবোৰ এতিয়া শূন্য হৈ পৰিল। মানসিক ব্যাধিগ্ৰস্ত ৰোগীৰ দৰে প্ৰত্যেকজনী 'ৰাধেশ্যামী'য়ে এৰি থৈ যোৱা খুপৰিবোৰত তাই টহল দি ফুৰিব ধৰিলে।

## ॥ বাৰ ॥

চামেলি ফুলাৰ সময় হ'ল। কুঁৱলিৰ ওৰণিয়ে পুৱা ব্ৰজক লুকুৱাই ৰখাৰ চেষ্টা কৰিলে। চকুৰে কম দেখা ৰাধেশ্যামীহঁতে এইবাৰ ভজন আশ্ৰমত অহা-যোৱা কৰোতে এজনীয়ে আনজনীৰ হাতত ধৰাধৰি কৰি অহা-যোৱা কৰিব ধৰিলে।

কিছুদিন ধৰি সৌদামিনীয়ে চিকিৎসালয়ৰ কাম এৰি দিছিল। যমুনা স্নানো তাই বাদ দিয়াৰ দৰেই। 'ৰজৰীৰ' উৎসৱবোৰতো তাইক তেনেদৰে দেখা নগৈছিল।

অতি কম সময়ৰ ভিতৰত ৰায়চৌধুৰী ডাক্তৰৰ সুখ্যাতি বিয়পি পৰিল। অলিয়ে-গলিয়ে মানুহে তেওঁক দেখিলে মূৰদোঁৱাবলৈ আৰম্ভ কৰিলে। মাজে মাজে ৰোগীৰ এনে এক ভিৰ আৰম্ভ হ'ল —যাৰ বাবে তেওঁ মন্দিৰৰ পৰিত্যক্ত কোঠাবোৰো কেতিয়াবা ব্যৱহাৰ কৰিবলগীয়া হ'ল। কিন্তু বহু চেষ্টা কৰিও এটা সামান্য কথা তেওঁ সলনি কৰিব নোৱাৰিলে। সেই কথা হৈছে 'ভাঙ্গী' (হৰিজন) আৰু বামুণে পানীখোৱা কলহ দুটা কোনোমতেই তেওঁ এটালৈ ৰূপান্তৰ কৰিব নোৱাৰিলে। গতিকে চিকিৎসালয়ত এই দুটা কলহ সদায়ে তেওঁ দূৰে দূৰেই ৰাখিবলৈ বাধ্য হ'ল।

ৰায়চৌধুৰীয়ে সৌদামিনীৰ পৰিবৰ্তন হ'ব বুলি যি এক ধাৰণা কৰিছিল সেই ধাৰণা একপ্ৰকাৰ নিষ্ফলেই হৈছে। চিকিৎসালয়ৰ প্ৰতি তাইৰ প্ৰথমৰ সেই উৎসাহ এতিয়া নাই। তথাপিও ৰায়-চৌধুৰীয়ে আৱিষ্কাৰ কৰিছে অন্তঃস্ৰোতিনীৰ দৰে তাইৰ অন্তৰৰ কোনোবাখানিত অক অনন্য সমবেদনা ভৰি আছে—এই দুখী, লাঞ্ছিত সমদলৰ প্ৰতি। পৰিক্ৰমাৰ পথৰ পৰা বুটলি অনা বীভৎস কুষ্ঠ ৰোগীনী এজনীক শুশ্ৰূষা কৰা ক্ষেত্ৰত তাই যি অসাধাৰণ সহানুভূতিৰ পৰিচয় দিলে—ৰায়চৌধুৰীৰ চিকিৎসা জীৱনত এনে উদাহৰণ বিৰল।

নাই আৰু একোৱেই বাকী নাই, চব শেষ হৈ গৈছে। এই সাতটা বছৰে তাইক যেন অচিনাকি ঘাটত আহি ভৰি দিয়া বৃদ্ধালৈ ৰূপান্তৰ কৰিছে। আজিকালি তাই অনুভৱ কৰে মাজে সময়ে যেন এটি দৃষ্টি ভাস্বৰ হৈ উঠে তাইৰ মানস পটত। বংশীবট, জ্ঞানগুদৰী, বিল্বমঙ্গল কুঞ্জ পাৰ হৈ এই দৃষ্টি গোবৰ্ধনৰ পিনে যাত্ৰা কৰে। এই দৃষ্টিত যেন প্ৰচণ্ড দীপ্তিৰে ভাস্বৰ হৈ পৰে এক শব্দহীন আক্ৰোশ আৰু আহ্বান।...পুৰাৰ যমুনাৰ ৰেশমী বুকুৰ ওপৰতো কেতিয়াবা এই দৃষ্টি উদ্ভাসিত হৈ উঠে। কোনোবা কেতিয়াবা এনে অনন্য দৃষ্টিৰ লগত মুখামুখি হৈছে নে?

ভোজৰ 'লাখপতি ৰাজৰ' শ্মশানৰ চাৰিওফালে এক অনন্য নীৰৱতা বিৰাজ কৰে, মথুৰাৰ যি ঠাইত-কাঁইটীয়া বগৰীৰ জোপোহাই আৱৰা দুহেজাৰ বছৰ পুৰণি বৌদ্ধ বিহাৰৰ ভগ্নস্তূপ আৰু উজ্জয়িনীৰ চিত্ৰকৰ-সকলৰ চিত্ৰশালাৰ ভগ্নাৱশেষ আছিল...এতিয়া এইবোৰ ঠাইত এক কৰ্কশ মূক নীৰৱতাৰ কদ্ধ হাহাকাৰ শুনা যায়। আজিকালি সৌদামিনীৰ ভাব হয় এই নিঃসঙ্গ হাহাকাৰৰ লগত তাইৰ আত্মাৰো এক নিবিড় সম্বন্ধ ঘটি গৈছে।

বহুদিনৰ আগেয়ে যে এই নিঃসঙ্গতাৰ লগত তাইৰ আত্মাৰ সম্বন্ধ নাছিল এনে নহয়—কিন্তু সুব্ৰতক লগ পোৱা—সুব্ৰতৰ লগত বিয়া হৈ যোৱাৰ পাচত ৰহস্যজনক ভাৱে সেই নৈৰাশ্যৰ হাহাকাৰ

অন্তৰ্ধান হৈ পৰিছিল। এয়ে প্ৰেম ? এয়ে সেই মুক্তি জানো ? মুক্তি ? সেই শক্তি !!

নাই—সেই মুক্তিৰ, সেই স্বৰ্গীয় জ্যোতিৰ তিলমানো আৰু অৱশিষ্ট নাই।

সেই খ্ৰীষ্টান যুৱকটি ? তাইৰ ভাব হয় তাইৰ মনে যেন কোনো এক অন্ধকাৰ সুৰঙ্গক উদ্দেশ্য কৰি গতি কৰিছে—আৰু কোনো এক মুহূৰ্তত ভাব হৈছে এই অন্ধকাৰ পোহৰতো অধিক।

এনে মানসিক অৱস্থা কাৰোবাৰ হৈছেনে ? ব্ৰজৰ এই পবিত্ৰ ভূমিলৈ এনে তিৰোতা কেতিয়াবা আহিছে নে ?

এদিন পুৱা শুকান কাগজৰ খৰমৰণিৰ দৰে শব্দ এটি শুনি সৌদামিনী সাৰ পাই উঠিল।...এইবোৰ বাঁকেবিহাৰীৰ সেই কেলেঙ্কাৰীৰ কাগজবোৰ নেকি বাৰু ?...কিন্তু ওপৰলৈ মূৰ তুলি চাই তাইৰ বিস্ময়ৰ সীমা নেথাকিল। ওপৰত কাঠ আৰু ভগ্ন ইটাৰ অন্ধকাৰ সুৰঙ্গেৰে বাহিৰলৈ ওলাই আহিছে এডাল গোক্ষুৰ সাপ। তাৰ হালধীয়া গাটো খুপৰিৰ অন্ধকাৰৰ মাজত এছটা পোহৰৰ দৰে জিলিকি উঠিছে। কিন্তু তাইৰ উপস্থিতিৰ গন্ধ পায়ে হয়তো এক মুহূৰ্তও অপব্যয় নকৰি সি আন এটি সুৰঙ্গৰে অন্তৰ্ধান হৈ পৰিল।

শুই উঠিয়েই আজি তাই সাপটো দেখিলে। এয়া মঙ্গলৰ আগজাননী নেকি বাৰু ? কি কৰিব তাই ? ফুৰি আহিব নেকি ধীৰ সমীৰ নিকুঞ্জ বন। লালাজীৰ মন্দিৰ ?

মাকে এইকেইদিন কৈ আছে : আন্ধাৰে-পোহৰে ফুৰিবলৈ নেযাবা। এয়া আৰু আগৰ ব্ৰজ হৈ থকা নাই। আজিকালি তেওঁ ছাঁটোকে বাঘটো যেন ভবা হৈছে—কাৰণ সৌ সিদিনা কোনোবা এজনী ৰাধেশ্যামীয়ে আহি তেওঁক খবৰ দিছে...সেই খ্ৰীষ্টান যুৱকটি আহি 'চীৰহৰণ ঘাটৰ' চিৰিত বহি আছে। কথাবাৰ শুনাৰে পৰা যমুনা স্নান আনকি গোপেশ্বৰত বেলপাত দিবলৈ তেওঁ যোৱা নাই।

তাই দুৱাৰ খুলি বাহিৰলৈ ওলাল। এৰা, আজিকালি মানুহৰ

মুখে মুখে ব্ৰজৰ কথা—এয়াতো আৰু আগৰ ব্ৰজ নহয়। কালৰ বুকুত সেই ব্ৰজ লুপ্ত হৈ গৈছে। এতিয়া যে ব্ৰজৰ অলিয়ে-গলিয়ে মানুহৰূপী কুকুৰনেচীয়াৰ জাক।

কাপোৰৰ আচলেৰে তাই মুখ ঢাকিলে। অকলশৰে এই সময়ত বহি থকাও যে বৰ কষ্টকৰ কথা। মনত অহৰহ বাহ লোৱা সেই নিঃসঙ্গতাৰ অত্যাচাৰ দিনে দিনে যে বাঢ়ি আহিছে।

ব্ৰহ্মাকুণ্ড হৈ সংক্ষিপ্ত পথেৰে তাই আগবাঢ়িল। পূব দিশত ইতিমধ্যে পোহৰ হৈ আহিছে। কিন্তু অলপ দূৰ আগবাঢ়ি গৈ ব্ৰহ্মাৰ নতুন মন্দিৰৰ ওচৰত তাই থমকি ৰ'ল। মূৰৰ ওৰণিখন আৰু তললৈ তাই টানি ললে।

ব্ৰহ্মাৰ মন্দিৰৰ লাইটপোষ্টৰ তলত এটা মানুহ। আৰু অলপ দূৰৈত সোৱা মৰিবলৈ বাট চাই আলিৰ বুকুত পৰি আছে এটা ৰোগী। উলঙ্গ দেহ। সাক্ষাৎ এটা প্ৰেতাত্মা।

ভগ্ন দেৱালৰ বুকুত গা ঢাকি সৌদামিনীয়ে যেতিয়া লাইট-পোষ্টৰ তলত থিয় হৈ থকা মানুহটোলৈ লক্ষ্য কৰিলে এক শব্দহীন আৰ্তনাদ তাইৰ বুকু ফুকাল কৰি যেন বাহিৰ ওলাই আহিব খুজিলে। এয়া যে ৰায়চৌধুৰী তাইৰ মহান পিতাক।

ৰায়চৌধুৰীয়ে খুটি খুটি মানুহটো পৰীক্ষা কৰি চালে। তাৰ পাচত তেওঁ এটা অদ্ভুত কাম কৰিলে। গাত লৈ থকা কম্বলখনৰে তেওঁ মানুহটোৰ উদং গা ঢাকি পেলালে। তাৰ পাচত তাক পথালি কোলাত লৈ এনে ধৰণে তেওঁৰ নিজৰ চিকিৎসালয় পিনে বেগ দিব ধৰিলে যে এয়া যেন ষাঠি বছৰীয়া ৰায়চৌধুৰীৰ খোজ নহয় কোনো তৰুণ যুৱকৰহে খোজ।

বিস্ময়কৰ! বিস্ময়কৰ!!

এইজনেই নেকি এই যুগৰ আটাইতকৈ মহান মানুহ? ইষ্ট ইণ্ডিয়া কোম্পানীৰ দেৱান লালাজী। ব্ৰজৰ গোস্বামী সকল আৰু সন্ন্যাসী শম্ভুৰাম আৱস্থীৰ শেষ প্ৰতিনিধি?

ব্ৰহ্মাৰ মন্দিৰৰ ভগ্ন দেৱালৰ আঁৰত লুকাই থকা সৌদামিনী

বাহিৰলৈ ওলাই আছিল ইতিমধ্যে। বতাহ ভালকৈয়ে বৰলৈ আৰম্ভ কৰিছে।

সৌদামিনী আগবাঢ়িল। অৰ্থাহাৰী ভিক্ষাৰীৰ দলটোৱে এতিয়াৰ পৰাই সিংহদুৱাৰৰ সমুখৰ পৰা জোতা থোৱা খুপৰিলৈ শাৰী পাতিছে। আজি শুকুৰবাৰ। ভেঙ্কটেশ্বৰ 'তিকমঞ্জন' উৎসৱ। উৎসৱ শেষ হোৱালৈ তাই মন্দিৰৰ এচুকত বহি কটাব পাৰে। আকৌ সেই অন্ধকূপলৈ উভতি যাব জানো তাই? নাই, গোটেই দিনটো তাই ইচ্ছা কৰিলে ব্ৰজৰ চাৰিওকালে টলো টলোকৈ ঘূৰি ফুৰিব পাৰে।

এতিয়া স্বাধীন তাই।

পুৱাৰ পোহৰত তাই দেখিলে এজাক বালক ব্ৰহ্মচাৰী। সিহঁতৰ কান্ধত ভিক্ষাৰ জোলোঙা। সিহঁতে বালসূৰ্যৰ পিনে মূৰ দোঁৱাই সূৰ্যস্তুতি আৰম্ভ কৰিছে। উত্তৰ কাশীৰ স্বামী ব্ৰহ্মানন্দৰ নতুন সংস্কৃত বিদ্যালয়ৰ ছাত্ৰ সিহঁত। সৌ সিদিনা মাথো তেওঁ সংস্কৃত মৃতভাষা বুলি কোৱা লোকসকলক গৰিহণা দি মথুৰাৰ ধৰ্ম মহাসভাত ওজস্বী ভাষণ দি আহিছে। তেওঁৰ মতে সংস্কৃত এতিয়াও ব্ৰজৰ প্ৰিয় ভাষা।

স্বামীজীৰ ছাত্ৰ। কিন্তু কান্ধত ভিক্ষাৰ জোলোঙা? ক্ষতি কি? ব্ৰজৰ প্ৰেম মহাবিদ্যালয়ৰ ছাত্ৰবোৰেও ভিক্ষা কৰিয়ে পঢ়িছিল। 'যৱনৰ' ভাষাৰ প্ৰতি সিহঁতৰ বিদ্বেষ নাছিল। 'ৰামচৰিত মানস' অৰু কেশৱদাসৰ ৰামচন্দ্ৰিকাৰ পদ আবৃত্তি কৰি সিহঁতে মুদ্ৰা সংগ্ৰহ কৰিছিল। দুই এজাকে বাসুদেৱৰ ভ্ৰমৰ সন্দেশ, ৰামতত্ত্ব ভাস্কৰ মাধুৰ্য, কেলি কাদম্বিনীৰ পদো গাই ফুৰিছিল, অনভিজ্ঞ যাত্ৰীৰ বাবে এই পদ আছিল অভিনৱ।···ভিক্ষাৰ জোলোঙা ফুল আৰু মুদ্ৰাৰে ভৰি পৰিছিল।

সৌদামিনীয়ে লক্ষ্য কৰিলে তাইৰ পিন্ধি থকা কাপোৰ সাজত দুই-এটা তাপলি পৰিছে আৰু বেছিদিন তাই এই সাজ কাপোৰ পিন্ধিব নোৱাৰিব। ৰায়চৌধুৰীয়ে তেওঁৰ 'গচ্ছিত' অৰ্থভাণ্ডাৰ

অনুপাণ হাতেবে চিকিৎসালয়ত ঢালিবলৈ আৰম্ভ কৰিছে। কিছুদিন ধৰি অনুপমাই তাইক সোঁৱৰাই আছে: শাহজীৰ বালিকা স্কুলত কাম খালি হৈ আছে—জ্ঞান গোদৰীৰ 'লক্ষ্মীবাই' বালিকা মহাবিদ্যালয়ত কাম বিচাৰিলে ওলাব পাৰে: কোনেও টকাৰ ভাণ্ডাৰ থৈ যোৱা নাই। পিতাৰাই এই চিকিৎসালয়খন তোমাৰ ভিত্তিত ওলমাই থৈ যোৱাৰ বাহিৰে আৰু একো কৰিব নোৱাৰিব।

ঠিকেই কৈছিল মাকে। কোনেও তাইৰ বাবে অৰ্থৰ ভাণ্ডাৰ থৈ যোৱা নাই।

বাকচৰ এচুকত বিশ্ববিদ্যালয়ৰ উপাধি পত্ৰখন হয়তো সোঁত-মোচ খাই পৰি আছে। কি কাৰণে তাই পঢ়িছিল? আগ্ৰহত? নে ভৱিষ্যতৰ সুৰক্ষাৰ অন্যতম উপায় হিচাপে? নাই। কোনো বিশ্বাসযোগ্য উত্তৰ নিজৰ মাজত নাই। এই উত্তৰ অনেকৰ নাই। তাইৰো নাই।

আজিকালি কিছুমান নীৰৱ মুহূৰ্তত কোনোবাই যেন তাইৰ কাণে কাণে ক'বলৈ আৰম্ভ কৰিছে: পাখি লগা কাঁড়ৰ দৰে সময়ে গতি কৰিছে···আৰু বেছি দূৰ যোৱা মানেই সেই কাঁইটীয়া হাবিত সোমোৱা !!"

'ভেঙ্কটেশ্বৰক' আঢ়ৈ মোন গাখীৰ ঢালি কৰা 'তিৰুমঞ্জন' উৎসৱৰ বাবে তাই অপেক্ষা কৰিব জানো? কিন্তু সময় অফুৰন্ত আছে। ইতিমধ্যে প্ৰাচীৰৰ গাত লাগি থকা সুৰঙ্গ সমূহৰ ওচৰত ল'ৰা-ছোৱালীয়ে ভিৰ পাতিছে। কাৰণ সেইপিনে 'ভেঙ্কটেশ্বৰৰ' গাৰ পৰা বাগৰি অহা গাখীৰৰ সোঁত ববলৈ আৰম্ভ কৰিব। ভিক্ষাৰীৰ দলটোৱে ইতিমধ্যে খোৱা-কামোৰা আৰম্ভ কৰিছে।

সৌদামিনী থিয় হ'ল। যমুনাৰ বালিৰ পিনে তাই খোজ পেলালে। বালিত "পাৰমাৰ চৰাইৰ" যুঁজ-বাগৰ আৰম্ভ হৈছে। হঠাৎ সৌদামিনীৰ মনত পৰিল চন্দ্ৰভানু ৰাকেশৰ কাৰ্যালয়ৰ কথা। যমুনাৰ পাৰে পাৰে এই 'ৰাধেশ্যামী'হঁতৰ গাৰ গন্ধ লৈ ফুৰাতকৈ তাই 'ৰাকেশৰ' মজিয়াত কিছু সময় বহিব পাৰিব।

বিদেশী ফিৰিঙ্গী দল এটা আহি ৰাকেশৰ মজিয়াত বহি আছিল। শিল্পী ৰাকেশৰ পৰা শিক্ষা লোৱা অষ্টধাতুৰ শিল্পী গবাকীয়ে মজিয়াৰ এচুকত বহি মনোযোগেৰে নিজৰ কাম কৰি আছে। ফিৰিঙ্গীৰ দলৰ অনেক প্ৰশ্ন। বিচিত্ৰ আগ্ৰহ।

ভক্তি আন্দোলনত ব্ৰজৰ স্থান। ৰামভক্তি সাহিত্যত মধুৰ উপাসনা। ব্ৰজ আৰু ঔৰঙ্গজীৱ। ব্ৰজত তুলসী আৰু মীৰা। বেণী মাধৱৰ সেই বিচিত্ৰ সাহিত্য গোসাঁই চৰিত।

: কিন্তু আজি কুৰি শতিকাত গোসাঁই চৰিত যে ৰহস্য ভ্ৰান্তিৰ আৰু ভক্তৰ দৰদী অন্তঃকৰণৰ প্ৰচণ্ড উৎসাহৰ এক অবাস্তৱ সাহিত্যলৈ ৰূপান্তৰ হৈছে। কুৰি শতিকাৰ মহা পণ্ডিতে আঙুলিয়াই দিছে—ই অবাস্তৱ সাহিত্য।

: মীৰাবাঈয়ে এবাৰ তুলসীক সুধিছিল : বিবাহিত স্বামীক পৰিত্যাগ কৰি মই অপৰাধী হোৱা নাই ?

পৰম আত্মাৰ বাবে প্ৰহ্লাদে পিতৃক, বিভীষণে ভ্ৰাতাক, ভৰতে মাতৃক, বলিয়ে গুৰুক, ব্ৰজ বনিতাই পতিক ত্যাগ কৰিছিল—ইয়াৰ দ্বাৰা সিহঁতৰ মঙ্গলেই হৈছিল।

এয়া আছিল তুলসীৰ সেই প্ৰখ্যাত উত্তৰ। কুৰি শতিকাৰ পণ্ডিতে তুলসীৰ সৈতে মীৰাবাঈৰ এই সাক্ষাতটো সন্দেহ প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছে।

কুৰি শতিকাৰ এই এক পণ্ডিতে মূৰ খুন্দিয়াই মৰিলেও যমুনা পুলিনৰ দক্ষিণৰ তুলসী মঠৰ এশ বছৰীয়া বৃদ্ধা ৰামায়ণীয়ে এই কথা বিশ্বাস নকৰে। ঠিক একেদৰে বিশ্বাস নকৰে চিত্ৰকূট আৰু কাশীৰ অগ্নিঘাটৰ বৃদ্ধসকলে !!

ফিৰিঙ্গীৰ দলৰ মাজত এটাই চিঞৰি উঠিল—সম্ভৱ সি ব্ৰজৰ বিষয়ে গৱেষণা কৰিব খুজিছিল।

: তেতিয়াহ'লে আমি কি গ্ৰহণ কৰিম ?

: ব্ৰজৰ ওপৰত কৃষ্ণগীতাৱলী 'বৰৱৈ ৰামায়ণ' জানকীমঙ্গলৰ প্ৰভাৱ ! গায়ত্ৰীৰ কাব্য !

নাই কিৰিঙীৰ দলে পোন ৰাষ্টেৰে যাব নোখোজে। সিহঁতক বিচিত্ৰ বস্তু লাগে।

ইষ্ট ইণ্ডিয়া কোম্পানীৰ দিনত ব্ৰজ? ব্ৰজ আৰু আকবৰ? কবৌলী, অযোধ্যা, ধুৰা টিহৰী আদিৰ ৰজা জমিদাৰসকলৰ ব্ৰজৰ প্ৰতিদান? কাসীম বজাৰ অহল্যাবাঈ চিকাৰী বনোৱাৰাড়ী সাহজী, দাগৰী দাসী সত্ৰৰ ইতিহাস।

আৰু লাগে—আৰু বিচিত্ৰ কাহিনী লাগে—দুশ বছৰ আগেয়ে যিবোৰ ধাৰ্মিক বেশ্যাই ব্ৰজত মঠ-মন্দিৰ নিৰ্মাণ কৰিছিল সেইবোৰৰ লুপ্ত প্ৰায় অস্তিত্বক সিহঁতে পুনৰ উদ্ধাৰ কৰিব খোজে।

এটা সময়ত কিৰিঙীৰ দলে কলৰৱ কৰি শিল্পী ৰাকেশৰ পৰা বিদায় ললে। পিপাৰ পুলৰ পিনে সিহঁত আগবাঢ়িল। বেছিভাগৰে উদং ভৰি, কক্ষ দীঘল চুলি, কাঠফুলাৰ দৰে গাৰ ৰং। পিঠিত কিতাপ আৰু কাপোৰৰ জোলোঙা। দৃষ্টিত বুভুক্ষা।

সৌদামিনী আগবাঢ়ি গৈ ৰাকেশৰ ওচৰত থিয় হ'ল।

: তুমি সৌ কদমৰ তলত বহি আছিলা। মই লক্ষ্য কৰি আছিলো। তুমি তাত বহাৰ আগেয়ে এটা ময়ুৰে বৰ সুন্দৰকৈ তাত চালি ধৰি আছিল।…তুমি যেতিয়া চামেলিৰ মালা পিন্ধি মন্দিৰবোৰত ঘূৰা তোমাক মোৰ ভক্তিমতী ছোৱালী যেন লাগে—

সৌদামিনীয়ে তলমুৰ কৰি ক'লে: ধন্যবাদ। শিল্পীৰ পৰা প্ৰশংসা লাভ কৰা দুষ্প্ৰাপ্য।

ৰাকেশে তেওঁৰ দীঘল চুলিকোছা সংযত কৰি ললে। তাৰ পাচত ভিতৰৰ পিনে চাই চিঞৰিলে: ৰাধে চাহ।

বৃদ্ধা 'ৰাধেশ্যামী' এগৰাকীয়ে দালানৰ ওপৰৰ খিৰিকি খুলি তললৈ চালে। যোৱাবাৰো এইগৰাকী 'ৰাধেশ্যামী'য়ে শিল্পীক আলপৈচান ধৰা সৌদামিনীয়ে লক্ষ্য কৰিছিল।

চাহ। এৰা, আপত্তিৰ প্ৰশ্ন নুঠে। ৰাজপুৰাৰ পৰা ভাই একো খোৱা নাই।

নতুন ছবি এখনৰ সা-সৰঞ্জাম কিছুমান এপদ ছপদকৈ উলিয়াই শিল্পী ৰাকেশে সুধিলে : আৰু কিমান দিন ব্ৰজত থাকিবা ?

সৌদামিনীয়ে উত্তৰ নিদিলে। উত্তৰেইবা দিব কি ? যাৰ লক্ষ্যৰ কোনো ঠিকনা নাই তেওঁ উত্তৰেই বা কি দিব ?

শিল্পী চন্দ্ৰভানুৱে তীক্ষ্ণ দৃষ্টিৰে তাইৰ মুখমণ্ডলৰ অভিব্যক্তি পঢ়িবলৈ চেষ্টা কৰিলে। তাৰ পাচত কিছু সময় তেওঁ মৌন হৈ থাকিল। এই নীৰৱতাৰ অন্তৰালত দুয়ো দুয়োকে যেন বিচাৰি চোৱাৰ চেষ্টা কৰিলে।

: তুমিতো যথেষ্ট শিক্ষিতা···ইচ্ছা কৰিলে তুমি শাহজীৰ স্কুলত চেষ্টা কৰিব পাৰা, যদি ব্ৰজত সদায়ে থকাৰ কথা ভাবিছা।

এইবাৰো কোনো উত্তৰ নিদিলে সৌদামিনীয়ে। ৰাধেশ্যামীয়ে চাহ আনি দুয়োৰে আগত থলে। ৰাধিকাৰ মূৰ্তি চুককিব এৰি অষ্টধাতুৰ শিল্পীয়েও আহি দুয়োৰো লগত বহি চাহ পিব ধৰিলে।

: এইকেইদিন আপুনি তেতিয়াহ'লে দুবেলা দুমুঠি পেটভৰাই খাব পাইছে ?

ৰাকেশে হাঁহিলে—ক'লে : শুনা, দশম শতিকাৰ শিল্পীসকলৰে মাৰাত্মক অৱনতি ঘটিছিল। প্ৰাচীন শিল্পীসকলে ভিক্ষাৰ জোলোঙা লব লগা হৈছিল। এতিয়াও অজ্ঞাত শিল্পীসকল : তেনে এটা অৱস্থাৰ সিংহদুৱাৰৰ ওচৰত উপস্থিত হৈছে। এৰা এতিয়াতো পঞ্চদশ শতিকাৰ মাহমুদ বেগড়া নাই—যিয়ে অপভ্ৰংশ শৈলীৰ নবীন উত্থান ৰাজস্থানী শৈলীক স্বাগতম জনাই আদৰি আনিবগৈ। এতিয়াতো কাৰো বুকুত হুমায়ুনৰ আত্মাৰ সেই প্ৰতিধ্বনি নাই যি প্ৰতিধ্বনিত আত্মাহাৰী হৈ বেচেৰা সম্ৰাটে যুদ্ধ ক্ষেত্ৰতো সচিত্ৰ পুস্তক কঢ়িয়াই লৈ ফুৰিব। এপাচি শাকত এটি আলুকৰ দৰে মাজে মাজে অৱশ্যে দুই-এটি অদ্ভুত 'নমুনা' আহি হাজিৰ হয়। সৌ সিদিনা মাথো টাক্সা ভাৰা কৰি আহিল এগৰাকী সম্ভ্ৰান্ত মহিলা। পৰিচয় দিলে মহাৰাষ্ট্ৰী সেনাপতি মহলৰ ৰাওৰ বংশৰ মানুহ। ৰাওৰ কাহিনী মই জানো। ব্ৰজত তেওঁৰ 'কদম্বখণ্ডী' নামে এখন

উত্তান আছিল। এতিয়া সেই উত্তান নিশ্চিহ্ন। তেওঁ প্ৰচুৰ অৰ্থৰ বিনিময়ত বিচাৰিলে দুখন মোগল শৈলীৰ চিত্ৰ। এৰা দুখন মোগল শৈলীৰ চিত্ৰ।

শিল্পীয়ে ঢেকঢেকাই হাঁহিবলৈ ধৰিলে।

অষ্টধাতুৰ নতুন শিল্পীয়ে ক'লে: আজি আপুনি 'বসন্ত' মজি আছে।

: সঁচাকৈয়ে আজি মই বসন্ত মজি আছো। ভদ্ৰ মহিলাৰ কথা মনত পৰিলে এতিয়াও মোৰ আনন্দ হয়, মোৰ কথা বোলে তেওঁ চব জানে মই হেনো মোগল শৈলীৰ শেষ প্ৰতিনিধি। বেচেৰীয়ে ঈশ্বৰী প্ৰসাদৰ কাহিনী নেজানিছিল। সৌ সিদিনা ব্ৰজৰ সিংহদুৱাৰৰ ওচৰত আহি এক শিল্পীয়ে চিঞৰি কৈ গ'ল: "মোগল শৈলীৰ শেষ প্ৰতিনিধিক তোমালোকে যদি চাব খুজিছা কাশীৰ সেই গলিলৈ যাবা ···যিজন বৃদ্ধই কাৰো পিনে ভ্ৰূক্ষেপ নকৰি গলিৰে হো-হোৱাই আগবাঢ়ে—দেহ অস্থি-চৰ্ম-সাৰ, দাঢ়ি-গোফে ভোবাকাৰ, মুখ চকুত কেচকুৰি কঁকালত মলিয়ন ধুতি, ভৰিত জোতা থাকক-নেথাকক তেওঁক চিনি পাবৰ এটাইতকৈ বঢ়িয়া উপায় হৈছে মূৰৰ গান্ধী টুপী। এৰা মূৰৰ সেই গান্ধী টুপী আৰু কান্ধৰ পৰিষ্কাৰ দোপাট্টা এই দুইপদ বস্তুৰ দ্বাৰা মোগল শৈলীৰ শেষ প্ৰতিনিধিক চিনি উলিওৱাৰ কাৰো অসুবিধা নহ'ব। তেওঁৰ ওমৰ খৈয়ামৰ চিত্ৰসমূহে ইউৰোপৰ শিল্পীকো অভিভূত কৰিছিল···সেই শিল্পীয়ে আজি এক অখ্যাত গলিত বৰ্ণনাতীত দৰিদ্ৰ জীৱন যাপন কৰিছে।"

: বিপ্লৱ লাগে ··আমাক এক বিপ্লৱ লাগে। ফিৰিঙ্গীৰ দলে এইমাত্ৰ কৈ গ'ল, তোমালোকে বিপ্লৱ নকৰা কিয়? দ্বাৰকাধীশ মন্দিৰৰ প্ৰাঙ্গণত গোট খোৱা অনাহাৰী জনতা বিহাৰীজী, গোবিন্দজী, ৰঙ্গজী, শাহজী আৰু পৰিক্ৰমাৰ পথত গোট খোৱা ৰোগগ্ৰস্ত পদদলিত জনতাক আৰু এই অৰ্ধাহাৰী অষ্টধাতুৰ শিল্পীক দেখি সিহঁতে মোক ক'লে, 'তোমালোকে বিপ্লৱ নকৰা কিয়? ওঠৰ শতিকাৰ মাজভাগতো এনে এক অৱস্থা হৈছিল—যি সময়ত বাদশাহী শিল্পীয়ে

দৰবাৰৰ পৰা নামি আহি ভিক্ষাৰ জোলোঙা হাতত লৈ কাজড়া, চাম্বা, নুৰপুৰ, গোৱালিয়ৰ আৰু ব্ৰজৰ চুকে-কোণে ভিক্ষা খুঁজি ফুৰিছিল। ফিৰিঙ্গীয়ে কৈ গ'ল বিপ্লৱ লাগে—বিপ্লৱ লাগে। কিন্তু তোমালোকে এটা কথা লক্ষ্য কৰিছা নে? মথুৰা, উত্তৰ কাশী, কটক, ভুবনেশ্বৰ আনকি আগ্ৰাৰ উঠি অহা ছাত্ৰ-ছাত্ৰীৰ দলটোলৈ লক্ষ্য কৰিছানে? একো নাই। সিহঁতৰ ভাবিবলগীয়া একো নাই—কৰিবলগীয়াও যেন একো নাই। আৰু বিপ্লৱ? আৰু বিপ্লৱ? শুনা, এই ফিৰিঙ্গীৰ দলটোৰ প্ৰতি সঁচাকৈয়ে মোৰ মায়া হয়। আজি চাৰিদিন ধৰি সিহঁতে মন্দিৰৰ প্ৰাঙ্গণত ৰাতি কটাইছে। সত্ৰৰ কটিৰ বাবে ভিক্ষাৰী সাধুৰ শাৰীৰ লগত শাৰী পাতিছে—দেখিছা নহয় সিহঁতৰ ভৰি উদং, জোতা নাই, পেটত ক্ষুধা শতছিন্ন সাজপাৰ কিন্তু সিহঁতৰ দৃষ্টিৰ প্ৰতি কেতিয়াবা তোমালোকে লক্ষ্য কৰিছানে? এনে বুভুক্ষাভৰা দৃষ্টি আমাৰ ছাত্ৰৰ মাজত কেতিয়াও দেখা নেযায়—বিশ্বাস নহয় যদি মথুৰাৰ দ্বাৰকাধীশ মন্দিৰৰ দুৱাৰৰ মুখত থিয় হৈ ৰাস্তাৰে অহা-যোৱা কৰা ছাত্ৰ-ছাত্ৰীৰ দলটোক লক্ষ্য কৰিবা। আৰু হতাশ হবা! এনে উদং ৰিক্ত দৃষ্টি, শুকান দ্ৰাক্ষাৰ দৰে গাৰ বৰণ অসহ্য! অসহ্য!! আৰু বিপ্লৱঁ? শুনা মই তাঞ্জোৰৰ পৰা আৰম্ভ কৰি ভুবনেশ্বৰলৈকে পেটৰ বাবে যোৱা বছৰ ঘূৰি-ফুৰোতে বহু ছাত্ৰ-ছাত্ৰীৰ চকুলৈ চাইছিলো—ক'ৰবাত কিজানি সেই অনন্য দৃষ্টি দেখা পাওঁ! নাই শূন্য। নপুংসক দৃষ্টি চৰ। অৱশ্যে সঁচা কথা ক'বলৈ গ'লে মুহূৰ্তৰ বাবে মই এনে ধৰণৰ দৃষ্টি কটকৰ ৰাজআলিত এবাৰ দেখা পাইছিলো...এৰা মোৰ ঠিক মনত আছে কটকৰ ৰাজআলিত মই দুজন যুৱকক লগ পাইছিলো। সিহঁতৰ চকুত মই এনে ধৰণৰ অনন্য দৃষ্টি দেখা পাইছিলো...কিন্তু সিহঁত আছিল নিবনুৱা। কাম বিচাৰি হাবাথুৰি খোৱা বেকাৰৰ দল। সিহঁতে ৰাতি ৰাজআলিৰ লাইটৰ পোহৰত ৰহি কিবাকিবি লিখে দিনত ঘূৰি ফুৰে—ভোকে পেটক আঁজুৰি ফালিব খোজা সেই দলটিৰ চকুত তেনে দৃষ্টি বান্দৰৰ ডিঙিত মুকুতা মালাৰ দৰে নহয় জানো?

ঢেকঢেকাই হাঁহিব ধৰিলে শিল্পী চন্দ্ৰভানু ৰাকেশে⋯এই হাঁহিত অষ্টধাতুৰ শিল্পীয়ে চুৰুকি থকা ৰাধিকাৰ মূৰ্তিটো কঁপি উঠিল⋯

পুৱাৰ স্বচ্ছ ৰ'দৰ পোহৰত যমুনাৰ বুকুত একো একোটা কামনাৰ দৰে বিশাল দেহ লৈ পৰি থকা 'পিপাৰ পুল' জিলিকি উঠিল। অষ্টধাতুৰ শিল্পীয়ে ক'লে: বহুদিনৰ মূৰত আজিহে আপোনাক সজীৱ যেন লাগিছে—কিন্তু বেচেৰী ভদ্ৰ মহিলাক দেখি ভাব হৈছে তেওঁ আপোনাক কিবা সুধিব আহিছিল⋯আপুনি আকৌ নিজৰ ৰসত মজি মত্ত হৈ আছে।

চন্দ্ৰভানুৱে সুধিলে: আজি ভব পুৱাতে আহি তুমি কদমৰ তলত বহিছা, মোৰো বিশ্বাস তুমি মোক কিবা সুধিবলৈ আহিছা।

ইতিমধ্যে অষ্টধাতুৰ নতুন শিল্পীয়ে ৰাধিকাৰ মূৰ্তি আৰু আন আন সৰঞ্জামবোৰ টোপোলা বান্ধি লৈ যাবলৈ ওলাল। ৰাধেশ্যামী গৰাকীয়ে আহি চাহৰ গিলাচ কেইটা সামৰি তুলি নিলেহি।

: শুনিছো ৰায়চৌধুৰীয়ে ব্ৰজবাসীৰ হিয়া-মন অধিকাৰ কৰি বহিছে। ইচ্ছা কৰিলে তুমি তেওঁৰ কামৰ উত্তৰাধিকাৰী হ'ব পাৰা —কথাটো কেতিয়াবা ভাবি চাইছানে? ⋯এই সময়ত ব্ৰজত তেওঁৰ দৰে মানুহৰ অত্যন্ত প্ৰয়োজন। তুমি মহীয়সী হোৱা, ক্ষুদ্ৰ স্বাৰ্থ এৰি দিয়া—আৰু পিতাৰাৰ চিকিৎসালয়ৰ ভাৰ লবলৈ সাজু হোৱা।

আহত হোৱা মানুহৰ দৰে বিবৰ্ণ হৈ পৰিল সৌদামিনীৰ-মুখমণ্ডল। ক'লে: তেনে এক উচ্চ মনৰ যদি মই এতিয়াৰ পৰা অধিকাৰী হ'লোহেঁতেন হয়তো এই দুৰ্দশা আৰু মানসিক অস্থিৰতাই মোক কুৰুকি কুৰুকি নেখালেহেঁতেন। বিশ্বাস কৰক মই সেই মাটিৰ তিৰোতা যাৰ দেহ-মন এতিয়াও ধূলি-মাকতিৰে ধূসৰিত হৈ আছে। আৰু পিছলৈও মই যে কিবা কৰিব পাৰিম সেই বিষয়ে মোৰ সন্দেহ হয়, এক অনন্ত নৈৰাশ্যই শৈশৱৰ পৰাই মোৰ সৈতে ঘৰ বান্ধি আছে—মোৰ উশাহ-নিশাহ আশা-নিৰাশা, হাঁহি-কান্দোন সকলোৰে সৈতে একাত্ম হৈ আছে। বিশ্বাস কৰক মাত্ৰ এটি বছৰ এই কৰ্কশ শীতল নৈৰাশ্যই মোক এৰি থৈ আঁতৰি গৈছিল সেই এটা

বছৰ মোৰ মনৰ মণিকোঠাত এতিয়াও ভাস্কৰ হৈ আছে···সেই এটা বছৰ মোৰ আত্মাৰ মুক্তি ঘটিছিল আৰু আজি মই মন্দিৰৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছো সেই এটা বছৰ উভতাই পাবলৈ। কিন্তু দিনৰ পাচত দিন বাগৰি গৈছে আৰু পুৰণা কাপোৰৰ দৰে মোৰ দেহ মন বিবৰ্ণ হৈ আহিছে।

সৌদামিনীয়ে কৈ গ'ল: মাজতে মই অনাই-বনাই ঘূৰি ফুৰিবলৈ ভাল পাইছিলো। বিশ্বাস কৰক—মই যেন বহু যুগ অতিক্ৰম কৰি এক অচিনাকি যুগত ভৰি দিছো। চব কথাই সলনি হৈ গৈছে—মোৰ আত্মাৰ সৈতে ইয়াত কাৰো সম্বন্ধ নাই। আৰু মোৰ মূৰৰ ওপৰৰ সেই আকাশখন—সেইখন চাবলৈও মোৰ ভয় হৈছিল। মই সুদীৰ্ঘ কাল মোৰ মূৰৰ ওপৰৰ আকাশখন চোৱা নাছিলো। এনেকুৱা অৱস্থাও কাৰোবাৰ হয়নে? যেতিয়া মানুহে নিজৰ মূৰৰ ওপৰৰ আকাশখন চাবলৈ ভয় কৰে? আপুনি শিল্পী, আপোনাৰ অনুভূতি আছে, মোৰ জৈৱিক স্পৃহা, প্ৰেম, আপুনি বিশ্বাস কৰক সৌ সিদিনালৈকে মই নিজৰ ওপৰতেই গৱেষণা কৰি চাইছো মোৰ জৈৱিক স্পৃহাৰ সেই তৰঙ্গৰাশিৰ কোনো পৰিৱৰ্তন হোৱা নাই। সৌ সিদিনা এহাল দম্পতি আহিছিল—সিহঁতে পৰিক্ৰমাৰ পথৰ ডিমৰু এজোপাৰ তলত শুই আছিল। যমুনাৰ পানীত কিহৰ গোন্ধ আছিল সেয়া। যমুনাৰ পানীত সেয়া অস্বাভাৱিক গোন্ধ···কছাইখানাত নতুনকৈ কটা মঙহৰ গোন্ধ ;···নহয় নহয় কিহৰ যে গোন্ধ আছিল সেয়া··· ঠিক যেন বুজাব নোৱাৰি···বৰ্ণাব নোৱাৰি। আৰু সেই স্বাস্থ্যবান দম্পতিহাল পৰিক্ৰমাৰ পথৰ ডিমৰুৰ তলত শুই আছিল। মোৰ কি হৈছিল সেই মুহূৰ্তত···এই যমুনাৰ পানীৰ অদ্ভুত গোন্ধ—ডিমৰুৰ তলত সেই দম্পতি···যমুনাৰ বালিত মই বাগৰি ফুৰিব ধৰিলো···এটা সময়ত মোৰ গাৰ কাপোৰ-কানি উশৃঙ্খল হৈ পৰিল। মোৰ এই নগ্ন দেহত বালিৰ এই অনুভূতি···অদ্ভুত অনন্ত—আপুনি মোৰ কথা নিশ্চয় বুজি পাইছে। শুনক তেতিয়াও মোৰ সমুখত অনেক সোণেৰে বন্ধাই থৰ পৰা কথাই আকাশৰ তৰাৰ দৰে জিকমিকাই আছিল।

সৌদামিনীয়ে মুখ তুলি শিল্পীলৈ চালে, তাইৰ ওঁঠৰ প্ৰান্তে প্ৰান্তে কান্দোনৰ ৰেখা ফুটি উঠিল।

ৰাকেশে ক'লে: শুনিছিলো সেই খ্ৰীষ্টান যুৱকটিয়ে তোমাক সান্ত্বনা দিব পাৰিছিল।

তাইৰ ওঁঠৰ কান্দোনৰ ৰেখা আৰু প্ৰকট হৈ পৰিল।

: শুনক মই আপোনাক সঁচা কথা কৈছো—যি সান্ত্বনা পৃথিৱীৰ কোনেও দিব পৰা নাছিল সেই সান্ত্বনা তেওঁ মোক দিব পাৰিছিল। যি সান্ত্বনা বিচাৰি মই মন্দিৰৰ দুৱাৰে দুৱাৰে ঘূৰি ফুৰিছিলো সেই সান্ত্বনা মই তেওঁৰ ওচৰত এবাৰ থিয় হওঁতে···নহয় ঠিক যেন ইমান সহজ নাছিল কথাবোৰ। সেই সান্ত্বনা আছিল ৰহস্যময়। কেতিয়াবা এই সান্ত্বনা আন্ধাৰ আৰু কেতিয়াবা এই অন্ধকাৰ পোহৰৰো অধিক যেন ধাৰণা হৈছিল। কওক আপুনি শিল্পী···কাৰোবাৰ বাৰু এনে অৱস্থা হৈছিল নে? ব্ৰজৰ এই পবিত্ৰ ভূমিলৈ মোৰ দৰে নাৰী কেতিয়াবা আহিছিল নে?

শিল্পী ৰাকেশে তলমূৰ কৰিলে। কিছু সময় দুয়ো মৌন হৈ থাকিল। তাৰ পিচত ক'লে তেওঁ: তুমিয়েই তোমাৰ শত্ৰু, মিত্ৰ,···আৰু সহযাত্ৰীও বুজি পাইছা নিশ্চয়।

শিল্পীয়ে আকৌ তলমূৰ কৰিলে। ইতিমধ্যে ৰ'দৰ চোক বাঢ়ি আহিল। পিপাৰ পুল কেইটা ৰ'দ পৰি জিলিকা বনৰীয়া ম'হৰ পিঠিৰ দৰে জিলিকি উঠিল। ৰাকেশৰ কাম আছে। তাই থিয় হ'ল। ক'লে: শুনক, মোৰ দৰে তিৰোতা কেতিয়াবা আপুনি যদি এই ব্ৰজধামত লগ পায় মোক খবৰ দিব। কিছুমান কথা মোৰ সুধিবলগীয়া আছে—বিশ্বাস কৰক মোৰ জনাৰ প্ৰয়োজন।

···বালিৰ বুকুত খোজৰ সাঁচ থৈ তাই আগবাঢ়িল।

যমুনাৰ পুলিন মুখৰ হৈ উঠিছে। ঢৌৰ বুকুত পাৰঙ্গী জালৰ দৰে ফেন আৰু চামেলিৰ মালা উটি ফুৰিছে।

শিল্পী ৰাকেশৰ ঘৰৰ সমুখত কদম জোপাৰ বন্ধোৱা গুৰিটো সাৰিবলৈ সদায়ে এজনী 'ভাঙ্গী' গাভৰু আহিছিল। তাই বিনা

পইচাত্ত পকাখণ্ড সাৰি-মচি থৈ গৈছিল। যাতে কোনোবা কপাহ সন্ন্যাসীয়ে ছাল কোমোৰাৰ দৰে আগগুৰি নোহোৱা মূৰ্তি লৈ এই সুবিধাজনক পকাখণ্ড দখল কৰি নলয়। তাৰ বাবে সদায়ে তাইৰ চকু সজাগ হৈ আছিল। ব্ৰজত য'তেই সুবিধা পাইছে আনকি ঘোঁৰাশালৰ চৌবাচ্চাৰ পাৰবোৰো সিহঁতৰ পৰা বাদ যোৱা নাই।

আজি শিল্পীয়ে লক্ষ্য কৰিলে অস্পৃশ্য ভাঙ্গী গাভৰুৱে পকা সাৰিবলৈ এৰি কদমৰ তলিত নাচিবলৈ আৰম্ভ কৰিছে। প্ৰচণ্ড উন্মাদনাত মন্ত্ৰচালিত মানুহৰ দৰে তাই নাচিবলৈ আৰম্ভ কৰিছে।

শিল্পীয়ে মূৰ তুলি চালে। এই নৃত্যৰতা অস্পৃশ্য যুৱতীক দেখি তেওঁৰ বিস্ময়ৰ সীমা নেথাকিল। সেইদিনা তাই ৰঙ্গজী মন্দিৰৰ ভিতৰ সোমাই ভেঙ্কটেশ্বৰক মালা পিন্ধাব খুজিছিল। ঠিক মনত পৰিছে শিল্পীৰ সেই দণ্ডাধাৰী চিপাহীটোৱে তাইক খেদি পঠিয়ালে ...তাইৰ পিচে পিচে এটা দলে চিঞৰ-বাখৰ কৰি দৌৰিছিল...তাই অস্পৃশ্যা, তাই মহাপ্ৰভু ভেঙ্কটেশ্বৰক স্পৰ্শ কৰি মালা পিন্ধাব খোজে ...মাৰ তাইক। কোনোবা এটাই তাইৰ বুকুত এটা প্ৰচণ্ড গোৰ বহুৱাই দিছিল!! ৰথগৃহৰ দুৱাৰ মুখত বেচেৰী হামখুৰি খাই পৰিছিল। ..তাম্ৰপানী নদীৰ পাৰৰ পৰা এই 'ভাঙ্গীৰ' দলটো এদিন ব্ৰজধামলৈ উঠি আহিছিল। যি সময়ত "কুৰুক্ষেত্ৰৰ পাৰ্থসাৰথি কৃষ্ণক ধূলিৰে ধূসৰিত কৰি ৰাধা আৰু গোপাঙ্গনা পৰিবৃত্ত বৃন্দাবনৰ মুৰলীধৰ কৃষ্ণই ভাৰতীয় চিত্ত অধিকাৰ কৰি বহি আছিল সেই সময়তে তাম্ৰপানী নদীৰ পাৰৰ পৰা এই "ভাঙ্গীৰ" দলটি ইয়ালৈ উঠি আহিছিল।

ব্ৰজৰ কাবুলিৰমনা আৰু কাঁইটীয়া বন কুহুমে আৱৰা একখণ্ড ভূমিৰ ওপৰত পৰি ৰ'ল এই অস্পৃশ্য জাতি। সিহঁতৰ শাখা-প্ৰশাখা বৃদ্ধি হ'ল।

ভাঙ্গী গাভৰুৰ নৃত্যৰ উন্মাদনা বাঢ়িল। বান্ধি থোৱা চুলি খুলি পৰিল, বুকুৰ কাচলি সৰি পৰিল—ঘূৰি বহি মাটিত মূৰ থৈ, নাৰাচ, ধেনু, কুম্ম, পদ্ম, কাম ইত্যাদি 'এগ বাঠিটি' মুদ্ৰা প্ৰদৰ্শন কৰি তাই

নাচিব ধৰিলে। সম্ভৱ তাইৰ পূৰ্বপুৰুষসকল ব্ৰজৰ কাত্যায়নীৰ সাধিকা আছিল। এটা সময়ত তাই শিল্পী ৰাকেশৰ কাম কৰি দিয়া ৰাধেশ্যামীক এটোপা পানী খুজিলে। ৰাধেশ্যামী জাঙুৰ খাই উঠিল—

ঃ তই বেশ্যাৰ দৰে কাম কৰিছ। বুকুৰ কাচলি ঠিক কৰি ল। মহামতি আকবৰৰ দিনত এনে কাম কৰা তিৰোতাক ক্ষুধাতুৰ সৈনিকৰ আগত মেলি দিছিল।

অতিষ্ঠ হৈ শিল্পী ৰাকেশে ক'লেঃ হৈছে আৰু, তুমি মনে মনে থাকা। তাইক পানী দি বিদায় দিয়া।

আত্মগ্লানিত দগ্ধ হোৱা ভাঙ্গী গাভৰুয়ে লৰালৰিকৈ উত্তৰীয়ৰে গা ঢকাৰ চেষ্টা কৰিলে—

ক'ত আছিল তাই। কি হৈছিল তাইৰ? সাধিকা মীৰাৰ দৰে তায়ো সেই বিমূৰ্চ্ছিত ভাৱেৰে আছিল নেকি? ব্ৰজৰ চৰেই প্ৰকৃতি আৰু একমাত্ৰ পুৰুষ সেই মুৰলীধৰ···এৰা ব্ৰজৰ সকলো প্ৰকৃতি·· ঠিক এনে এক ধাৰণা হৈছিল নেকি তাইৰ?

লোৱা পানী লোৱা!

বিশ্বাস কৰক, মোৰ কি হৈছিল মই ক'ব পৰা নাছিলো। মই যে অৰ্ধনগ্ন হৈ আপোনাৰ ওচৰত নাচি আছিলো—এই কথাও মই গম পোৱা নাছিলো। ·····মোক ক্ষমা কৰক।

ঃ তুমি বিবাহিতা?

ঃ নহয়—বিধবা।

ঃ দ্বিতীয় স্বামী গ্ৰহণ নকৰা? সেই প্ৰাচীন কালতে ঋকবেদে কৈ গৈছে এনে মহিলাক বিশ্ববাসু নামৰ দেৱতাই ভোগ কৰি থাকে। এই দেৱতাক স্তৱ কৰি কোৱা হৈছে—যি নাৰীৰ স্ত্ৰী চিহ্ন হোৱা নাই —আৰু যি নাৰী পিত্ৰালয়ত থাকে সিহঁতক বাঞ্ছা কৰা। সেয়ে তোমাৰ 'ভগ'।

ঃ নিয়া পানী নিয়া।

ঃ আপুনি বাকি দিয়ক—মই আপোনাৰ ভৃঙ্গাৰ স্পৰ্শ নকৰো।

ঃ ব্ৰজৰ সকলোৱে জানে মই জাতি বিচাৰ নকৰো। শিল্পীৰ কোনো জাতি নাই।

ঃ তেতিয়াহ'লে মোক ক্ষমা কৰক!

তাই উঠিল আৰু যমুনাৰ পিনে ঢাপলি মেলিব খোজোতে ৰাকেশে ক'লে ঃ লোৱা, আজলি পাতা। তোমালোক 'মাজা' বেমাৰে পোৱা মাছৰ দৰে।...এইবাবেই ৰমানন্দ, জায়সী আৰু কবীৰৰ দৰে মহাপুৰুষৰ কোনোদিনেই শান্তি নাছিল।

আজলি পাতি পানী পিবলৈ ধৰা এই নাৰীৰ প্ৰতি শিল্পীৰ অন্তঃকৰণ এক অনন্য বেদনাৰে ভৰি পৰিল।

পানী খোৱা হ'লত, তাই উত্তৰীয়ৰে মুখ মচিলে।

কৃতজ্ঞতা ভৰা কণ্ঠেৰে তাই ক'লে ঃ আপুনি উদাৰ, আপোনাৰ দৰে ব্ৰজবাসী বিৰল।

ঃ তুমি তেতিয়াহ'লে ৰঙ্গজীৰ বৃদ্ধা নটীৰ পথকে অনুসৰণ কৰাৰ ইচ্ছা কৰা। অৰ্থাৎ তৰোৱাল আৰু ভগৱানক আপোন কৰিব খোজা।

ভাঙ্গী গাভৰুৰ ওঁঠত হাঁহি বিৰিঙি উঠিল। দেৱীক সন্তুষ্ট কৰা মুদ্ৰাত মই সিদ্ধহস্তা আছিলো—সেই ভগ, পুটক, চক্ৰ, গো-মুখ, অসিবল্লিকাক আদি কৰি এশ আঠ মুদ্ৰাত মই সিদ্ধহস্ত আছিলো... মই অকলশৰেই নাচিছিলো—কাৰণ মন্দিৰত সোমাই দেৱীক নিজ হাতেৰে গৈ মালা পিন্ধোৱাৰ অধিকাৰ মোৰ নাছিল। গোপ বালিকাই ব্ৰজচন্দ্ৰক পাবলৈ দেৱীৰ ভৰিত যেনেদৰে উবুৰি হৈ পৰিছিল ..ময়ো মোৰ স্বামীৰ মঙ্গলৰ বাবে তেওঁৰ ভৰিত উবুৰি হৈ পৰিছিলো। মোৰ স্বামীৰ যিদিনা মৃত্যু হ'ল—সেইদিন ধৰি মই কাত্যায়নী দেৱীৰ আশীৰ্বাদৰূপে 'ব্ৰজচন্দ্ৰক' লাভ কৰিলো · ব্ৰজত তেওঁ বিহাৰ কৰে আৰু—আৰু শুনক তেওঁ মোক উপভোগো কৰে। চাওক মোৰ ওঁঠত তেওঁৰ ওঁঠৰ দাগ।

ঃ উপভোগ?

ঃ আপুনি অলপ আগেয়ে 'বিশ্ববাসু' দেৱতাৰ কথা কৈছিল ..

আটিল্লা টিলাৰ ওপৰত বহি পুৰাণৰ কাহিনী শুনাই পেট প্ৰৱৰ্তোৱা ভক্তই এদিন ভাঙ্গীপাৰাত আহি কৈছিল.: প্ৰেম, অনুভূতি আৰু ভাবৰ বস্তু, ই মাথো চক্ষু তৃপ্তি নহয়, তেওঁ বেদ আৰু পুৰাণসমূহ ঘাঁহি পিহি একে কথাকে পাইছে। মোৰ স্বামীয়ে যেনেদৰে মোক উপভোগ কৰিছিল এতিয়া গকুলচন্দ্ৰইও মোক তেনেদৰে উপভোগ কৰে · তেওঁ মোক এনেদৰে আশ্ৰয় দি জীয়াই থকাৰ সাৰ্থকতা দান কৰিছে · নহ'লে আপুনিয়ে কওক মহোদয়—মৃত্যু আৰু মোৰ: মাজত কিয়েই বা পাৰ্থক্য আছিল ?

দুয়ো নয়ন ভৰি আহিল তাইৰ। কিন্তু ওঁঠৰ প্ৰান্তে প্ৰান্তে হাঁহিৰ ৰেখা বিৰিঙি উঠিল। শিল্পীৰ উত্তৰলৈ অপেক্ষা নকৰি তাই লাম-লাকুটিবোৰ সাৰ্মৰি লৈ শাহজী মন্দিৰৰ গলিৰ পিনে ঢাপলি মেলিলে।

ৰ'দৰ চোক বাঢ়ি আহিল। বিশাল আকৃতিৰ কাছ কেইটামান যমুনাৰ পাৰলৈ উঠি আহি বালিত পি-পিয়াই ফুৰিব ধৰিলে। ফিৰিঙ্গীৰ জাকটোৱে নাও লৈ আনটো পাৰলৈ যোৱা দেখা গ'ল। কোনোবাই যেন কাণে কাণে শিল্পীক কৈ গ'ল: এয়েতো সময়। মহামূল্যবান এই জীৱন মানুহে এবাৰেই লাভ কৰে—এতিয়াও সময় আছে—আগবাঢ়া। হে অমৃতৰ পুত্ৰ আগবাঢ়া।

এয়া কি হ'ল শিল্পী ৰাকেশৰ ? অলপ আগতে তেওঁ সম্মুখৰ বালিত অনেক খোজ পৰি থকা দেখিছিল—আৰু এতিয়া মুহূৰ্ততে এছাটি বতাহে সেইবোৰ খোজ ঢাকি পেলালে—সেই ভাঙ্গী, ফিৰিঙ্গী, ৰাধেশ্যামী আৰু বিভিন্ন বিচিত্ৰ ভক্তসকলৰ খোজ যমুনাৰ বালিৰ এখন শুকুলা আঁচলৰ তলত লীন হৈ গ'ল। বালিৰ এই শুকুলা আঁচল মৰা মানুহৰ গাত ঢাকি দিয়া শুকুলা কাপোৰৰ দৰে দেখা গ'ল। স্তব্ধ, আহত প্ৰাণীৰ দৰে শিল্পী ৰাকেশে চাই ৰ'ল—এই শীতল কৰ্কশ আঁচলৰ তলত বুৰ যোৱা···ভাঙ্গী, চামৰ, ব্ৰাহ্মণ, যৱন আদিৰ সেই বিচিত্ৰ ভৰিৰ খোজলৈ—নাই সেই কৰ্কশ অথচ কোমল আঁচলে সকলো ঢাকি পেলাইছে।

## ॥ তেৰ ॥

শেষলৈ একপ্ৰকাৰ বলিয়াৰ দৰে শশীয়ে শেৰাকী শেঠনীক বিচাৰি ফুৰিব ধৰিলে। ৰাধেশ্যামীইঁতে ইতিমধ্যে বেয়া ভাষা ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰি দিছে। এৰা, তাই এচপৰা উদং মঙহ আৰু চাৰিওফালে শগুণ উৰিব আৰম্ভ কৰিছে; সিহঁতে আৰু বেছি দিন ৰখি থাকিব নোৱাৰে। তাইৰ কানি-কাপোৰতো এয়া ডোখৰ কানিত পৰিণত হৈছে।

আজি একাদশী। তাতে দেওবাৰ পৰিছে। বজাৰৰ পৰা মন্দিৰলৈকে টাঙ্গা পাৰ কৰাই অসম্ভৱ হৈ পৰিছে। ব্ৰজৰ সম্ৰাজ্ঞী ৰাধাৰাণীৰ জয়ধ্বনিৰে মুখৰিত হৈ উঠিছে ব্ৰজ। হাড়াবাৰীৰ পৰা মণ্ডি পাবলৈ শশীৰ আধা ঘণ্টা সময় লাগিল। আজি বৃন্দাবনৰ আলিয়ে-পদূলিয়ে লেতেৰা নৰ্দমাৰ গোন্ধ নাই। চামেলি আৰু আতৰৰ গোন্ধ উৰি ফুৰিছে চাৰিওফালে।

পাণ্ডাৰ দলবোৰে চাৰিওফালে পিয়া-পি দি ফুৰিছে। সিহঁতৰ কান্ধত পৰিষ্কাৰ উত্তৰীয়, ডিঙিত চামেলিৰ মালা। শশীয়ে গৈ আটিল্লা টিলাৰ ওচৰ পালে। শশীয়ে লক্ষ্য কৰিলে আজি ইয়াত জুম বন্ধা পাণ্ডা বেছিভাগৰে ফটা ধুতি পুৰণি বনিয়ন, আনকি কান্ধত পেলাই লোৱা উত্তৰীয়ও প্ৰাচীন। জাকজমকতা নাইবা কথাৰ ফুলজাৰিৰে কোনো দিনে ইহঁতে যাত্ৰী আকৰ্ষণ কৰাৰ চেষ্টা কৰা নাই। দুবেলাৰ ৰুটিৰ চিন্তা এইটো দলৰ দিনে দিনে বাঢ়ি আহিছে। এৰা ইহঁতৰ মাজতেই আছে গোপালজী উপাধ্যায়, শেঠ বৃষেন সিং সিন্ধুৰ দৰে পণ্ডিত: যিবোৰে নিজৰ ব্যৱসায়ক পূজাৰ দৰেই মানিছিল, ব্ৰজলৈ অহা ভক্তৰ টকা-পইচা আত্মসাৎ কৰাক যি গো-বধ নাইবা গুৰুপত্নী গমনৰ দৰে পাপ বুলি ভাবিছিল সেই দলৰ পাণ্ডাক এতিয়া আট্টিল্লা টিলাৰ ওপৰত বৰকৈ দেখা নেযায়। এই দলৰ পাণ্ডাক এতিয়া ঝুলন বন, গহ্বৰ বন, নাইবা মৌনী বাবাৰ আথৰাৰ আশে-পাশে থকা সৰু সৰু বিপনীবোৰৰ ওচৰত দেখা যায়। আজি কিন্তু সিহঁতক শশীয়ে 'আট্টিল্লা টিলাত' দেখা পালে।

সিহঁতৰ থালি ভৰি। 'ইষ্ট ইণ্ডিয়া কোম্পানীৰ' দেৱান লালাজীৰ দিনত সিহঁতৰ ভৰিত জৰিৰ নাগেৰী আছিল। 'উপবীতত' পোখৰাজ খচিত স্বৰ্ণৰ আঙঠি আছিল। সিহঁতৰ পুলি পোখাৰ তেজ বহুদিনৰ পৰা উতলি আছে। কোনে জানে হয়তো কোনোবা দিনা এই তেজে বাকদৰ ক্ষুধাৰ্ত হাহাকাৰ কৰি উঠিব। সেই দিনলৈ হয়তো আৰু বেছি সময় নাই।

নাই শেৰাফী শেঠনী ক'তো নাই। মানুহে কিছুদিনৰ পৰা গুজব আৰম্ভ কৰিছিল, পুত্ৰহীনা শেৰাফী শেঠনীয়ে যি উদ্দেশ্যৰ বাবে এই পূজা-পৰ্ব আৰম্ভ কৰিছিল সেই উদ্দেশ্য সফল হৈছে। ইয়াৰ বাবে তেওঁ কপূৰতলাৰ সন্ন্যাসীৰ সৈতে এমাহ থাকি আহিছে।

বিচিত্ৰ কথা সেইবোৰ। কপূৰতলাৰ সন্ন্যাসীয়ে অনেক নিঃসন্তান মহিলাক-এনেদৰে সন্তান দান দিছে।

মূৰটো আচন্দ্ৰাই কৰাৰ দৰে লাগিল শশীৰ। কাবুলীৰমন্না আৰু বন ভিমৰুৰ গছেৰে ভৰা ৰমনৰেতিৰ পথেৰে তাই কিছুদূৰ আগবাঢ়ি গ'ল। 'ৰমনৰেতিৰ' ধৰমশালাত আজি মানুহৰ ভিৰ হৈছে। ত্যাগ আৰু অহিংসাৰ প্ৰতীক গৈৰিক বসনধাৰী বিভিন্ন পন্থী সাধুৰ দল ভৰি পৰিছে।

ৰামৰ উপাসক লালদাসী পন্থী। নিৰাকাৰ পৰমেশ্বৰৰ উপাসক সত্যনামী পন্থী। নিৰাকাৰ ব্ৰহ্মাৰ উপাসক শিব-নাৰায়ণী পন্থী। কৃষ্ণৰ উপাসক গৰীবদাসী পন্থী—এই বিভিন্ন বিচিত্ৰ সাধুৰ সোঁত বৰলৈ আৰম্ভ কৰিছে ব্ৰজৰ এই অকলশৰীয়া প্ৰাঙ্গনত। জীৱনৰ এটাইতকৈ মোহময় সময়খিনি এই ব্ৰজতেই তাই অতিবাহিত কৰিছে। হেজাৰ কষ্টৰ মাজতো তাই অনুভৱ কৰিলে ৰেচমী সূতাৰ দৰে এক কোমল অথচ কঠিন মায়াই এই ঠাই খণ্ডৰ প্ৰতি তাইৰ সমস্ত মন প্ৰাণ বান্ধি ৰাখিছে। নাই আৰু আগ-বাঢ়ি যোৱাৰ প্ৰয়োজন নাই। 'ৰঙ্গজী'? তেতিয়া হ'লে তাই আকৌ ৰঙ্গজীলৈকে যাব? ইতিমধ্যে বালসূৰ্যৰ ৰেখা বিচ্ছুৰিত হৈ পৰিছে। কেলিকদমত পোৱালি লৈ বহি থকা ময়ুৰীৰ গাত পৰি

বালসূৰ্যৰ এই চুমা সোণ হৈ জিলিকি উঠিছে। বালব্রহ্মচাৰী স্বামীজীৰ প্ৰতি অঙ্কুৰিত হোৱা প্ৰেমে তাইক অন্য এগৰাকী মহিলালৈ ৰূপান্তৰ কৰিছে। তাই সাহসী হৈ পৰিছে—লগে লগে জীৱনৰ প্ৰতি কৌতূহলো বৃদ্ধি হৈ পৰিছে। সিংহ দুৱাৰৰ ওচৰত আজিও তাই মানুহৰ ভিৰ দেখা পালে।

চচমা পিন্ধা শিক্ষিতা ৰাধেশ্যামী এগৰাকী দুৱাৰৰ ওচৰত বৈ আছিল। তাই আগবাঢ়ি আহি ক'লে: আজি টোলৰ মহাদেৱ পণ্ডিতৰ বিচাৰ হ'ব।

: মহাদেৱ পণ্ডিতৰ বিচাৰ? শুনিছিলো তেওঁ অত্যন্ত নৈষ্ঠিক মানুহ। কি এনে পাপ কৰিলে তেওঁ।

: পাপ নহয়—কিছুদিনৰ পৰা তেওঁ মানসিক ৰোগত ভুগিছে গুৰুকুলৰ পৰা পাছ কৰি অহা শাস্ত্রী মহাশয়ৰ পুতেকে কাম নেপাই ঘৰত বহি আছে আৰু শাস্ত্ৰী মহাশয়ে মহাদেৱ পণ্ডিতৰ এই মানসিক অৱস্থাৰ সুযোগ গ্ৰহণ কৰিব বিচাৰিছে। শাস্ত্রী মহাশয়ৰ কাউৰীৰ দৰে চেষ্টা আৰু বকৰ দৰে ধৈৰ্য। তেওঁৱেই বেছিকৈ প্ৰচাৰ কৰি ফুৰিছে মহাদেৱ পণ্ডিত বলিয়া হোৱাৰ কথা। তেওঁ হেনো নিজ চকুৰে দেখিছে মহাদেৱ পণ্ডিতে ঘোঁৰাৰ গোবৰৰ পৰা শাহ উলিয়াই খাইছে যেনেকৈ সংসাৰ ত্যাগী জমিদাৰ সাধু লালাজীয়ে খাইছিল। আৰু শুনা, মহাদেৱ পণ্ডিতে বোলে লীলাবাবাৰ ৰাসমণ্ডলীৰ মাজত গৈ বুঢ়া পাখোৱাজ বাদকৰ ওচৰত থিয় হৈ সোধে—তুমি পেট ভৰাই খাবলৈ পাইছা জানো? যি বাদ্যই তোমাক গোটেই জীৱন ঠগালে সেই বাদ্যক তুমি মুৰলীধৰৰ মূৰত গৈ ভাঙাগৈ। আৰু গোটেই দিনটো এমুঠি প্ৰসাদৰ বাবে তাল বজাই বজাই থিয় হৈ থকা বুঢ়াবোৰৰ ওচৰলৈ গৈ চিঞৰিবলৈ ধৰে—তহঁতে কোনোবা দিনা ব্ৰজৰ অন্ধকাৰ গলিত তেজ বমি কৰি মৰিবি। তহঁতে ভৰিৰ কলাফুলবোৰ লক্ষ্য কৰিছনে মৰা তেজে কেনেকৈ টেমুনা বান্ধিছে। কিহৰ বাবে ইমান ভয়? তহঁতে অমৃতৰ সন্তান!! দুৱাৰ খোল!! মুৰলীধৰৰ প্ৰসাদৰ ওপৰত হামখুৰি খাই পৰ, কাক ভয় কৰিছ? মূৰ্খ নেজান·

তহঁতৰ হাজাৰ বছৰৰ তেজ চেলেকি মুৰলীধৰে কেনেকৈ খিলখিলাই হাঁহি আছে··· !

কথা কোৱাৰ লগে লগে এই শিক্ষিতা ৰাধেশ্যামীৰ চকুযোৰ ভৰি আহিল। দুয়ো ভিৰ ঠেলি গজেন্দ্ৰমোক্ষ কুণ্ডৰ পিনে আগবাঢ়িল। এই কুণ্ডৰ মুখামুখিকৈ আছে 'বিচাৰ ছত্ৰী'। অসমীয়া 'বাটচ'ৰাৰ' আকৃতিৰ প্ৰকাণ্ড ছত্ৰীত বহি স্বামীজী মহাৰাজে ৰামায়ণ, পুৰাণ, ৰামানুজ আৰু ৰমানন্দ স্বামীৰ বিষয়ে সঘনে আলোচনা কৰে। ছত্ৰীৰ ওপৰৰ দেৱালত অঙ্কিত আছে ব্ৰজৰ চিত্ৰকৰ চন্দ্ৰভানু ৰাকেশৰ এক সুবৃহৎ তৈল চিত্ৰ। ৰামক উভতাই আনিব যোৱা ভৰতৰ সৈতে অযোধ্যাবাসীৰ চিত্ৰ—সেই সুদক্ষ কুম্ভাকাৰ ময়ূৰপুচ্ছ নিৰ্মিত বাজনাদি ব্যৱসায়ী সূত্ৰ নিৰ্মাণ দক্ষ তন্তুৰয়, কৰপত্ৰ ব্যৱসায়ী, গন্ধবনিক স্নাপক, মন্থকাৰ সুসজ্জিতা গণিকা ইত্যাদিৰ এখন বৃহৎ তৈল চিত্ৰ। আৰু এই শোভাযাত্ৰাৰ মাজত অঙ্কিত আছে ভৰত। ক'ত তেওঁৰ সেই ঐশ্বৰ্য বিভূতিৰ চিত্ৰ? মূৰৰ ওপৰত নাই কোনো ছত্ৰ, দেহত নাই অলংকাৰ। উদং ভৰিত শ্ৰমৰ চিহ্নস্বৰূপ কিছুমান ফোহা এনেদৰে জিলিকি উঠিছে যেন এয়া পদ্মকলিৰ শিশিৰ বিন্দু; নাই, নাই ভ্ৰাতৃপ্ৰেমৰ এনে অপূৰ্ব চিত্ৰ ব্ৰজত একমাত্ৰ যেন চন্দ্ৰভানু ৰাকেশেহে আঁকিব পাৰে।

শশী এই শিক্ষিতা ৰাধেশ্যামীৰ লগত ভিতৰলৈ আগবাঢ়ি গ'ল। গোষ্ঠি আৰম্ভ হোৱা নাই। কাঠৰ ফলিত ভোগ আৰম্ভ আৰু মন্দিৰত প্ৰবেশ নিষেধ বুলি লিখা হৈ গৈছে। কিন্তু 'ছত্ৰীত' মানুহৰ ভিৰ। মহাদেৱ পণ্ডিতৰ বিচাৰ আৰম্ভ হৈ গৈছে। বিচাৰকৰ গাদীত ৰঙ্গজীৰ স্বামী বহি আছে।

ঃ বিচাৰ ছত্ৰীৰ চিৰিত বহি থকা সৌ মানুহজনী দেখিছা? তাই মহাদেৱ পণ্ডিতৰ পৰিবাৰ—তুমি জানা পাঁচোটা ল'ৰা-ছোৱালীৰ বাপেকৰ কাম যোৱা কিমান ডাঙৰ কথা?

শশীৰ পিনে চাই তেওঁ ক'লেঃ তুমি দেখোন একেবাৰে মনে মনে আছা?

: পাঁচটা ল'ৰা-ছোৱালীৰ বাপেকৰ কাম যোৱা চাই মই ভাল নেপাওঁ:।

: বিচাৰকৰ ৰায় দিবলৈহে বাকী আছে বাকী সকলো হৈ গৈছে।

শশীয়ে অনুভৱ কৰিলে তাইৰ যেন তেজৰ প্ৰবাহ তপ্ত হৈ উঠিছে। তাইৰ প্ৰিয়তমে আজি এই মুহূৰ্তত এগৰাকী দুৰ্ভগীয়া মানুহৰ ভাগ্য নিৰ্ণয় কৰিব।

তীক্ষ্ণ ব্যক্তিত্বসম্পন্ন স্বামীজীক এইখিনিৰ পৰা ভালদৰে দেখা গৈছে। কি ৰায় দিব? কি ৰায় দিব তেওঁ?

মন্দিৰৰ দুৱাৰ খোলাৰ আগতে আৰু ৰঘুনাথ স্বামীজীৰ শোভা-যাত্ৰাই গৰুড় স্তম্ভত পৰিক্ৰমা কৰাৰ আগতে বিচাৰ শেষ হ'ব লাগিব। সকলোৱে আগ্ৰহেৰে স্বামীজীৰ মুখলৈ চালে।

তেওঁ তেওঁৰ অনন্য সুন্দৰ চকুযুৰি তুলি দূৰলৈ চালে। কপালৰ গোপীচন্দনৰ ৰেখা কেইডাল সংকুচিত হৈ উঠিল। অধীৰ আগ্ৰহেৰে "বিচাৰ ছত্ৰী" ঠাহ খাই থকা ল'ৰা, বুঢ়া, ডেকাই ৰঙ্গজীৰ স্বামীৰ মুখলৈ চালে।

গদগদ কণ্ঠে স্বামীজীয়ে আৰম্ভ কৰিলে: যোৱা কুৰি বছৰ ধৰি গভীৰ নিষ্ঠাৰে তেওঁ মন্দিৰৰ বিদ্যালয়ক সেৱা কৰি আহিছে। এতিয়া এই অৱস্থাত কাম চলাই যোৱা তেওঁৰ পক্ষে সম্ভৱ নহয়। মন্দিৰৰ প্ৰতি দেখুওৱা তেওঁৰ অনুৰাগ আৰু কৰ্তব্যনিষ্ঠাৰ কথা সকলোৰে বাবে অনুকৰণীয়। তেওঁৰ এই নিষ্ঠাৰ বাবে মন্দিৰৰ কৰ্তৃপক্ষই তেওঁৰ চিকিৎসাৰ দায়িত্ব গ্ৰহণ কৰিব। অকল এয়ে নহয় তেওঁৰ পাঁচোটি ল'ৰা-ছোৱালীৰ ভৰণ-পোষণৰ দায়িত্বও বহন কৰিব। গৰুড় স্তম্ভৰ চৌদিশ পৰিষ্কাৰ কৰাৰ যিটি সম্মানীয় কাম আছে তেওঁৰ পৰিবাৰে সেই কাম কৰিব পাৰিব তাৰ বাবে তেওঁৰ মন্দিৰৰ পৰা দুয়ো সাজৰ বাবে প্ৰসাদৰ যোগান ধৰা হ'ব। বৰ্তমান শিক্ষক নিযুক্তিৰ বিষয়ে কোনো আলোচনা কৰা নহ'ব কাৰণ মথুৰা আৰু অযোধ্যাৰ টোলত শিক্ষাপ্ৰাপ্ত অনেক কৰ্মহীন যুৱকেও 'ৰঙ্গজী':

বিস্তালয়লৈ অহাৰ ইচ্ছা প্ৰকাশ কৰিছে। এই বিষয়ে সৎ সিদ্ধান্তৰ প্ৰয়োজন হ'ব।

কাঁহ্ পৰি জীণ যোৱা সভাত এইবাৰ গুণগুণনি উঠিল। গজেন্দ্ৰ-কুণ্ডৰ ছত্ৰীৰ পৰা 'বনমহাৰাজ'ৰ ছাত্ৰৰ জাকটোৱে চিঞৰি উঠিল: জয় গৰুড় স্বামীজী মহাৰাজৰ জয় !! ৰঙ্গজী কুঞ্জৰ ঘাঁহনিত বহি বিচাৰ শুনি থকা ব্ৰজমাঈৰ দলটোৱেও চিঞৰি উঠিল: জয় ৰাধাৰাণীৰ জয়।

ইতিমধ্যে মন্দিৰৰ দুৱাৰ খোলা হৈছে 'ৰঘুনাথজী'ৰ 'শৃঙ্গাৰ' শেষ হোৱাৰ চানাই ধ্বনি ভাহি আহিল। গৰুড় স্বামী ভিৰ ঠেলি মন্দিৰৰ পিনে আগুৱাই গ'ল।

আৰু শশী? 'বিচাৰ ছত্ৰীৰ' প্ৰকাণ্ড স্তম্ভ এটিৰ ওচৰত তাই শেষ মুহূৰ্তলৈ থিয় হৈ আছিল। সেই শিক্ষিতা 'ৰাধেশ্যামী' গৰাকী কেতিয়া তাইৰ ওচৰৰ পৰা আঁতৰি গৈছিল তাই ক'ব নোৱাৰে। এয়ে তাইৰ প্ৰিয়তম। তাইৰ প্ৰিয়তমক ঠিক এনে হোৱাই তাই বিচাৰিছিল। আপোনা-আপুনি দুয়ো নয়ন ভৰি আহিল তাইৰ। নিজকে কোৱাৰ দৰে তাই গুণগুণালে: তুমি যেন সদায়ে এনে হৈ থাকা। ভুক্তভোগীৰ মৰ্মস্থলৈ যাব পৰা তোমাৰ এই অন্তৰ্দৃষ্টি সদায়ে যেন একে হৈ থাকে !!

ভেটা ভাঙি বাগৰি অহা পানীৰ দৰে 'ৰঘুনাথজীৰ' 'চন্নাৰী'ৰ লগত গোটেই জাক ভক্ত বাহিৰলৈ ওলাই আহিল। ৰঘুনাথজীৰ 'চন্নাৰীয়ে' 'ৰঙ্গজীৰ' বাগিচা পৰিভ্ৰমণ কৰিব। নাই এইখিনিত আৰু বৈ থকা নেযায়। 'ৰঙ্গজীৰ' 'বুৰুজত' থিয় হৈ পহৰা দিয়া সৈনিকটোও এইপিনে আগবাঢ়ি আহিছে।

তাই গৰুড় কুণ্ডৰ চিৰিৰ পিনে আগবাঢ়ি গ'ল। কুণ্ডটিৰ ওচৰত বহুত সময় তাই থিয় হৈ থাকিল। কিয় এনে হ'ল তাইৰ? বৰ্তমান এই কুণ্ডটোৰ ওচৰত তাইৰ কোনো কাম নাই। কিহৰ বাবে এই-খিনিত তাই বৈ আছে? চিৰিত ছালি ধৰি থকা ম'ৰাটি চাবলৈ? নাই নাই এইবোৰ একোৰে প্ৰতি তাইৰ মোহ নাই। তাই একমাত্ৰ

স্বামীজীৰ বাবেই এইখিনিত অপেক্ষা কৰিছে। এক আত্মশ্লাঘাৰ ভাব তাইৰ শিৰাই শিৰাই প্ৰবাহিত হৈ পৰিল। অথচ তাই নিৰুপায়।

ৰাতি আকৌ এবাৰ ৰাধেশ্যামীইঁতে তাইক সোঁৱৰাই দিলে: "দিন কাল বেয়া হৈ আহিছে। অতি শীঘ্ৰে তাই নিজক ৰক্ষা কৰাৰ এটা স্থায়ী ব্যৱস্থা কৰা উচিত।"

ৰাতি তাইৰ চিলমিলিয়া টোপনি আহিছিল। এনে এক অৱস্থাত তাই কিছুমান অসংলগ্ন সপোন দেখিলে। অক্ৰুৰ ঘাটৰ যি ঠাইত পঞ্চমুখী হনুমানৰ প্ৰাচীন মূৰ্তি আছে, য'ত কৃষ্ণ আৰু বলদেৱৰ চৈত্ৰৰথৰ ভগ্নাৱশেষ সিঁচৰতি হৈ পৰি আছে তাত এটা ভয় লগা মূৰ্তি ঘূৰি ফুৰিছে। অমংগলৰ প্ৰতিমূৰ্তি স্বৰূপ এই ছায়া মূৰ্তি শ্যামজী দিগম্বৰীৰ আখৰা মধ্বাচাৰী সম্প্ৰদায়ৰ বলভদ্ৰ আখৰাৰ চাৰিওফালে ঘূৰি অৱশেষত ৰমনৰেতিৰ বৌদ্ধ বিহাৰৰ ভগ্নস্তূপৰ ওচৰত আহি থিয় হ'ল।

ছায়ামূৰ্তিৰ মুখখন দেখি তাই চমকিত হৈ উঠিল, এয়া তাই দিনৰ দিনটো বিচাৰি ফুৰা শেৰাফী শেঠনী। শেৰাফী শেঠনীয়ে তাইক ধিক্কাৰ দিয়া ভাবত চিঞৰি উঠিল: স্বামীজীৰ সৈতে কুৰি দিন সহবাসৰ পাচত এয়া মই অন্তঃসত্বা। কিন্তু কিয় মই এনেদৰে ঘূৰি ফুৰিছো। কিয় ক'তো শান্তি নাই?

তাৰ পাচত তেওঁ আঙুলি এটা তাইৰ পিনে টোঁৱাই চিঞৰি উঠিল: সময় থাকোতেই আঁতৰ হ, আৰু হৃদয়ৰ মাজত এক মন্দিৰ স্থাপন কৰি ল। খুব কষ্ট! কিন্তু আৰু কোনেও বুজিব নোৱাৰে।

শেষত কাবুলীৰমনা আৰু কাঁইটীয়া জোপোহাবোৰৰ মাজত ছায়ামূৰ্তি অদৃশ্য হৈ পৰিল।

একপ্ৰকাৰ আৰ্তনাদ কৰি সাৰ পাই উঠিল শশী। তাই অনুভৱ কৰিলে কোনোবাই যেন দুৱাৰখন ঢকিয়াইছে। সচকিত হৈ তাই কিছু সময় কাণপাতি ৰ'ল, নাই কোনো নাই।

এবা, এদিন উত্তৰ কাশীৰ ছাত্ৰ এটিয়ে ব্ৰজৰ চৌষষ্ঠী মহন্তৰ

সমাজৰ অৰ্জুন গছৰ তলত বহি কৈছিল : ঋকে উদাত্ত কণ্ঠে কৈ গৈছে : সন্তানৰ আশাত পৰপুৰুষ গমন অনাৰ্য যদিও পাপ নহয়। পাপ হৈছে মাথো অসত্য। ব্যাসমহৰ্ষি, পৰাশৰ আৰু অদ্বৈতবাদৰ প্ৰৱৰ্তক শংকৰাচাৰ্যৰ সেই বিচিত্ৰ কাহিনী—এৰা বিচিত্ৰ জন্ম কাহিনী।

মনু, পৰাশৰ, যাজ্ঞবল্ক্য ধৰ্ম শাস্ত্ৰকাৰ বৃহস্পতিয়ে পৰম সহানুভূতিৰে নাৰীৰ যাতনা লক্ষ্য কৰি বান্ধি দিয়া নীতিসমূহ সৌ এহেজাৰ বছৰৰ আগেয়েই ধূলিৰে ধূসৰিত হৈ পৰিছে।

কিন্তু সত্য একেই থাকিল ঋক, মনু, পৰাশৰ কোনেও সেই সত্যক প্ৰভাৱান্বিত কৰিব নোৱাৰে সেইবাবেই শেৰাফী শেঠনীৰ ছায়ামূৰ্তি বৌদ্ধ বিহাৰৰ ভগ্নস্তূপৰ মাজে মাজে ঘূৰি ফুৰা তাই দেখা পাইছে।

নাই ক'তো একো শব্দ নাই এয়া দোভাগ ৰাতি। আজি এই থুপৰিৰ মজিয়াত পৰি থকা ৰাধেশ্যামীইঁতৰ নাকৰ ঘেৰঘেৰণি পৰ্যন্ত তাই শুনা নেপালে। তাইৰ টোপনি আৰু নাহিল। এই ব্ৰজধামতে তাইৰ চকুৰ আগত অনেক বিচিত্ৰ কথা ঘটি গৈছে। তাইৰ দৰে মৃণালিনীয়েও এতিয়া সত্ৰে সত্ৰে ৰুটি বিচাৰি ফুৰে ৰঙ্গজীৰ 'তিৰুমঞ্জনৰ' দুগ্ধ পাবৰ বাবে আনবোৰ দৰিদ্ৰ মানুহৰ দৰে মৃণালিনীয়েও মাটিৰ পাত্ৰ হাতত লৈছে।

এৰা, তাইৰ চকুৰ আগত অনেক পৰিৱৰ্তন হ'ল। তাইৰ সকলো চিন্তা মথিমুৰ কৰা এক গুৰুগম্ভীৰ বাণী তাই শুনা পালে বিচাৰ ছত্ৰীৰ চিৰিত বহি এদিন তাই ৰঙ্গজীৰ স্বামীৰ মুখত শুনিছিল : ব্ৰজধামত মধুৰ লীলা সম্পন্ন কৰা কোন সেই কৃষ্ণ'? ব্ৰহ্মপুৰাণে ঘোষণা কৰিলে তেওঁৱেই স্বয়ং অৱতাৰ। স্বয়ং বাসুদেৱে ঘোষণা কৰিলে : কৃষ্ণই প্ৰকৃতিৰ পৰাৎপৰ সাক্ষাত পৰম পুৰুষ। কুৰুক্ষেত্ৰ কাব্যাই চিঞৰি উঠিল : এয়ে মহেশ্বৰ। সচ্চিদ বিগ্ৰহ।

এৰা হাজাৰ মণি-মাণিক্য খচিত কথা—তাই যি পথেৰে গৈছে সেই পথত সিঁচৰতি হৈ পৰি আছে—তাই ; মাথো তুমি জানি লব লাগিব।

হঠাৎ তাই উচপ খাই উঠিল। এইবাৰ সঁচাকৈয়ে দুৱাৰত

কোনোবাই চকিয়াইছে। ক'ত আছিল ইমান সময় তাই? কিয় তাইৰ ভয় লগা নাই? চাৰিওকালে চালে তাই সৌৱা অলপ আঁতৰত ৰাধেশ্যামীইঁত শুই আছে। আকৌ দুৱাৰ চকিওৱাৰ শব্দ শুনা গ'ল।

দুৱাৰ খুলি তাই দেখিলে দুজনী ৰাধেশ্যামী। উত্তৰীয়ৰে সিহঁতে গা-মুখ ঢাকি লৈছে। দুৱাৰ খুলি দিয়াৰ লগে লগে দুয়ো ভিতৰ সোমাই আহিল।

: তোৰ বাবে বৰ বেয়া খবৰ এটা লৈ আহিবলগীয়া হ'ল। আলমগড়ী মৰিল।

: আলমগড়ী মৰিল? কেনেকৈ? আৰ্ত্তনাদ কৰি উঠিল শশীয়ে।

: হাইজা হৈছিল। তোক খবৰ দিব বাধা দিলে বেচেৰাই ভাল হ'ম বুলি ভাবিছিল। আহ, আমাৰ লগত আগবাঢ়ি আহ!

ঘাটৰ প্ৰাঙ্গনত এটা সৰুসুৰা সমদলৰ সৃষ্টি হৈছে। সুদীৰ্ঘকাল ব্ৰজত থকাৰ বাবে আলমগড়ীৰ অসংখ্য বন্ধু-বান্ধৱ শত্ৰু-মিত্ৰ আছিল। শশী ভিতৰ সোমোৱাৰ লগে লগে সকলোৱে মুখ তুলি চালে। তাইৰ বাবেই যেন সকলোৱে অপেক্ষা কৰি আছিল। আলমগড়ীৰ ভৰি শিতানত বহি বুঢ়ী এগৰাকীয়ে কান্দি আছিল। এই গৰাকীয়ে বোধহয় পূজাৰীৰ ৰাধাকুণ্ডবাসী ভগ্নী।

এগৰাকী ৰাধেশ্যামীয়ে পূজাৰীৰ দেহ সজোৱাত ব্যস্ত আছিল। পূজাৰীয়ে ইমান দিন এখন শতছিন্ন ধুতিৰে দিন অতিবাহিত কৰিলে। আজি তেওঁ নতুন কণ্ঠিমালা পিন্ধক ৰাধাবাৰ্গৰ বস্ত্ৰ আৰু গোপীচন্দনেৰে নিজকে সজাওক।

আলমগড়ীৰ ৰাধাকুণ্ডবাসী ভগ্নীয়ে হঠাৎ শশীৰ পিনে মুখ তুলি চালে। অতি শীঘ্ৰে তাই এক উগ্ৰমূৰ্ত্তি ধাৰণ কৰিলে। সকলোকে সম্বোধন কৰি তাই চিঞৰি উঠিল: "আইহঁত ভইঁত ব্ৰজবাসী। তহঁতেই ক' আলমগড়ীয়ে খোৱামেলাত সুবিধা হ'ব বুলি এজনী 'ৰাখোৱাৰী ছোৱালী ৰাখিছিল। সেইবুলি তাই আলমগড়ীৰ সম্পত্তিৰ উত্তৰাধিকাৰিণীও হ'ব নে?

পূজাৰীক সজাই থকা ৰাধেশ্যামীয়ে ক'লে—ব্ৰজবাস কৰা মোৰ ডেৰকুৰিবো অধিক বছৰ হ'ল। অবিচাৰ দেখিলে মই চকু মুদি থাকিব নোৱাৰিম। আলমগড়ীয়ে চকু মুদাৰ সময়ত সেই পুৰণি মুদ্ৰাৰ টোপোলাটো সৌ পাণ্ডকটিক দিবলৈ কৈ গৈছে মই নিজ কাণেৰে শুনা কথাকে কৈছো।

কথা শুনি আলমগড়ীৰ ৰাধাকুণ্ডবাসী ভগ্নীয়ে হাও হাও কৰি কান্দিব ধৰিলে—কন্দাৰ মাজে মাজে তেওঁ চিঞৰিব ধৰিলে, মাজে মাজে অশ্লীল ভাষা তেওঁ ব্যৱহাৰ কৰিলে: মই এনে ফান্দত পৰিম বুলি আগেয়ে জানো। সি আছিল ক্লীব। 'ধ্বজভঙ্গ ৰোগগ্ৰস্ত' সি কেনেকৈ তাইক উত্তৰাধিকাৰিণী পাতি যাব?

ইতিমধ্যে গোট খোৱা ৰাধেশ্যামীহঁতৰ দুটা দল হ'ল। আৰু শেষলৈ এই দুটা দলৰ মাজত হুতাহুতি লগাৰ উপক্ৰম হ'ল।

এটা সময়ত আলমগড়ীক সজাব অনা গোৰচন, গোপীচন্দন আৰু চামেলিৰ মালা মজিয়াত সিঁচৰতি হৈ পৰিল। এই চিঞৰ-বাখৰ, হুতাহুতি লগাৰ সময়ত এগৰাকী ৰাধেশ্যামী বাহিৰলৈ ওলাই গৈ আলমগড়ীৰ শেষ যাত্ৰাৰ বাবে ফুলৰ 'তাঞ্জাম' কৰি থকা কেসী ঘাটৰ পুৰোহিতক মাতি আনিলে।

কেসী ঘাটৰ এই জবৰজং পুৰোহিতক দেখি কোলাহল কৰি থকা ৰাধেশ্যামীহঁত মৌন হৈ পৰিল। সিহঁতৰ কেশহীন মূৰৰ পৰা খহি পৰা উত্তৰীয়বোৰ আকৌ টানি লোৱাৰ যো-জা কৰিলে।

'কেসী ঘাটৰ' পুৰোহিতে চাৰিওফালে চালে। ৰাধেশ্যামী, খুপৰিৰ প্ৰাচীৰ, সিঁচৰতি হৈ পৰি থকা চামেলিৰ মালা এই সকলোৰে ওপৰত তেওঁৰ দৃষ্টি কিছু সময় নিবদ্ধ হৈ থাকিল। সৰ্বশেষত তেওঁৰ দৃষ্টি আলমগড়ীৰ মৰাশৰ ওপৰত পৰিল। কিছু সময় মৌন হৈ থাকি তেওঁ প্ৰায় আৰ্তনাদ কৰি উঠিল: আইহঁত তহঁতে আইনা চোৱাৰ সময় আহি পৰিছে। তহঁতে গছ কাটি যেতিয়া ঠানিত পানী দিব আৰম্ভ কৰিছ—তহঁতৰ একোবাৰ আইনা চোৱাৰ সময় আহি পৰিছে। আইহঁত চা, পদ্মপত্ৰত বাস কৰা জীৱনে তহঁতৰ পিনে

চাই ঢেকঢেকাই হাঁহি আছে। চা ভালদৰে চা। প্ৰত্যেকেই দেখা পাবি, প্ৰত্যেকেই নিজ কাণেৰে সেই হাঁহি শুনা পাবি। চা আইহঁত অলংকাৰ, কাপোৰ, চামেলিৰ মালা, গোপীচন্দন, তুলসীৰ কণ্ঠিমালা এই সকলোবোৰ আলমগড়ীৰ দেহত ভালুকৰ সাঙী হোৱা নাই জানো? আৰু তইঁতে মুদ্ৰাৰ এটি ক্ষুদ্ৰ টোপোলাৰ কাৰণে এনেকৈ খোৱা-কামোৰা কৰি মৰিছ। দে টোপোলাটো দে, পঞ্চায়ত বহিব লাগিলে কোনেও ফুটা কড়ি এটাৰো মুখ নেদেখিবিহঁক।

কথা শুনি আলমগড়ীৰ ৰাধাকুণ্ডবাসী ভগ্নীয়ে আকৌ এবাৰ হাও হাওকৈ কান্দিব ধৰিলে।

: শুন আইহঁত মোৰ দুখৰ কাহিনী শুন। বহুদিন মই টাঙ্গাৰ ঘোঁৰাৰ বাবে বেচিব থোৱা আলু কিনি খাইছিলো আৰু মোৰ 'ঔদ্ধ দেহিকৰ' বাবে ভালেখিনি টকা গোট খাইছিল কিন্তু সৌ সিদিনা মোৰ বুকুত কামোৰ মাৰি টকা চুৰ কৰি নিলে, যা তইঁতে মোৰ লামলাকুটিবোৰ পাতপাতকৈ বিচাৰ গৈ। খুপৰি ভাঙি পৰিল এদিন মূৰৰ ওপৰত। শেঠনীয়ে 'ঔদ্ধ দেহিকৰ' টকা নাই বুলি জানি কুকুৰ লগাই দিলে। বেচেৰা আলমগড়ীয়ে কৈছিল "মোতকৈ তই বয়সত বহু ডাঙৰ, তই আগয়ে যাবি মই তোক চামেলিৰ 'তাঞ্জামত' নিয়াম।

কথাখিনি কৈ বুঢ়ীয়ে আলমগড়ী শুই থকা 'চাৰপাঈখনত' মূৰ খুন্দিয়াই খুন্দিয়াই কান্দিব ধৰিলে।

দূৰত থিয় হৈ থকা শশীয়ে গম পাইছিল। মানুহজনীয়ে কথাখিনি অন্তঃকৰণৰ পৰাই কৈছিল। নাই আৰু বৈ থকা নেযায়। তাই আগুৱাই গ'ল তাইৰ চকুত চকুলো নাই; কান্ধৰ ওপৰত থাঁহি পৰিছে কক্ষ চুলিৰ বান্ধোন: শুনা আলমগড়ীৰ টকা মোক নেলাগে। মই তেওঁক শেষবাৰৰ বাবে চাবলৈ আহিছিলো মাথো।

কথাখিনি কৈ তাই অলপো সময় অপব্যয় নকৰি বাহিৰলৈ ওলাই গ'ল। উদ্দেশ্যহীনভাৱে তাই যমুনাৰ বালিৰ ওপৰত খোজ পেলাব

ধৰিলে। বিস্ময়কৰ! বিস্ময়কৰ!! এটা দিনৰ ভিতৰতে চব শেষ হৈ গ'ল। আজি এই মুহূৰ্তত তাই উপলব্ধি কৰিলে আলমগড়ী তাইৰ অৱচেতন মনত ইমান দিনে এটি শক্তিৰ দৰেই আছিল। এই 'শক্তিৰ' সৈতে আজি এই মুহূৰ্ততহে তাই মুখামুখি হৈছে।

কিমান সময় তাই এনেদৰে বহি আছিল মনত নাই। অলপ আগেয়ে তাইৰ ওচৰত এটা হালধীয়া ডিঙিৰ গৰুড়..চৰায়ে খেলি আছিল। এতিয়া সেই ঠাইত মাথো এটা ছায়াহে পৰি আছে। দুগৰাকীমান ৰাধেশ্যামী আহিছিল, সিহঁতে তাইক কান্দিবলৈ উপদেশ দি গৈছিল। এগৰাকীয়ে তাইৰ ডিঙিৰ কণ্ঠিমালা টানি ছিঙিব খুজিছিল।

এয়া কোন আহিছে তাইৰ পিনে আগবাঢ়ি। তাই মূৰ তুলি চালে। এয়া ডাক্তৰ ৰায়চৌধুৰী তাইৰ পিনে আগবাঢ়ি আহিছে: তেওঁ বোধহয় পৰিক্ৰমাৰ পথৰ ৰোগী চাবলৈ গৈছিল।

: তুমি এতিয়ালৈকে ইয়াত বহি আছা, চাৰি ঘণ্টা আগেয়ে মই এই পিনে যাওঁতে তোমাক এইখিনিত বহি থকা দেখিছিলো, উঠা মই জানো তুমি সাহসী ছোৱালী। তুমি 'কাঁচৰ বাবে অন্ততঃ মাণিক নেহেৰুৱা' উঠা।

উদ্‌ভ্ৰান্ত দৃষ্টিৰে ৰায়চৌধুৰীৰ মুখলৈ চাই তাই চিঞৰি উঠি ৰায়চৌধুৰীৰ আঁঠু দুটা সাবটি ধৰিব খুজিলে।

: মোৰ দৃঢ় বিশ্বাস আপুনিয়েই মোক পথ দেখুৱাব পাৰিব। বিশ্বাস কৰক লাহে লাহে মোৰ ভয় লাগিবলৈ আৰম্ভ কৰিছে। মোক এটা সুস্থ পৰিষ্কাৰ পথ লাগে আপোনাক মই কথা দিছো···শেষৰ পিনে তাইৰ কণ্ঠ উশৃংখল হৈ পৰিল···আঁঠুত মূৰ গুজি তাই কান্দিবলৈ আৰম্ভ কৰিলে। এই কান্দোনৰ মাজতো ৰায়চৌধুৰীয়ে শুনিলে: কাঁচৰ বাবে মাণিক হেৰুৱা ছোৱালী মই নহওঁ।

যমুনাৰ বালিত ইতিমধ্যে আলমগড়ীৰ 'ঔৰ্দ্ধ দেহিকৰ' কাম আৰম্ভ হৈছিল। আলমগড়ীৰ মৃতদেহৰ ওপৰত পবিত্ৰ পানী ছটিয়াই 'কেসী ঘাটৰ' পুৰোহিতে মন্ত্ৰ উচ্চাৰণ কৰিবলৈ আৰম্ভ কৰিছে।

শশীয়ে অৱশ্যে বিশেষ একো কৰিবলগীয়া নহ'ল। আনকি আলমগড়ীৰ ছাই হৈ যোৱা দেহৰ পৰা ভূজপত্ৰৰ বৰণ লোৱা অস্থি-সমূহ বাছি অনাৰ কামটিও আলমগড়ীৰ ৰাধাকুণ্ডবাসী ভগ্নীয়েই কৰিলে। ৰাধেশ্যামীহঁতে কেতিয়াবাই যমুনাত বুৰ মাৰি ঘৰাঘৰি গৈছিল। দুবৈৰ বালিত শশী অকলশৰে তেতিয়া বহি আছিল। কেসী ঘাটৰ পুৰোহিত এইবাৰ তাইৰ পিনে আগবাঢ়ি আহিল। তাইৰ নিচেই ওচৰত থিয় হৈ তেওঁ ক'লে: যোৱা ঘৰলৈ উভতি যোৱা। শুনা আৰু এটা কথা—তোমাৰ দৰে উঠি অহা ছোৱালী এজনীয়ে এনেদৰে এটুকুৰা কটিৰ বাবে ব্ৰজৰ সত্ৰে সত্ৰে বাগৰি ফুৰা আৰু বুঢ়ী 'ৰাধেশ্যামী'হঁতৰ লগত খুপৰিত দিন অতিবাহিত কৰা অকল লজ্জাৰে কথা নহয় দুঃখৰো কথা। তুমি মূৰ তুলি চোৱা, তোমাৰ সম্মুখত দীৰ্ঘ পথ পৰি আছে। ডাক্তৰ ৰায়চৌধুৰীৰ ইচ্ছা তুমি ধাত্ৰীবিদ্যা শিকা।

আৰ্তনাদ কৰি উঠিল শশীয়ে: ধাত্ৰী! ধাত্ৰী!!

কেসী ঘাটৰ পুৰোহিতক কোনো উত্তৰ দিব নোৱাৰিলে তাই। আকৌ ৰাধাৰাণীৰ জয়ধ্বনিৰে মুখৰিত হৈ উঠিল যমুনাৰ বায়ুমণ্ডল। পুৰি ছাই হৈ যোৱা দেহৰ ওচৰলৈ কেসী ঘাটৰ পুৰোহিত আগবাঢ়ি গ'ল। যাবৰ সময়ত আকৌ এবাৰ তেওঁ কৈ গ'ল: আজি তুমি বাস্তৱৰ লগত মুখামুখি হৈছা। এই মুহূৰ্তত সিদ্ধান্ত লোৱাৰ উত্তম সময়। মৰাশ' এটা আগত থাকিলে 'ত্ৰিপাপৰ' বিষয়ে শিক্ষা দিয়া যেনেদৰে ফলদায়ক সময়···

আলমগড়ীৰ দেহৰ ছাই যমুনাৰ বুকুত উটি যাব ধৰিলে। এটি চাকনৈয়াৰ ওচৰত গোটেইখিনি ছাই আহি গোট খালে। তাৰ পাচত নিৰ্দিষ্ট গতিৰে উটি যাব ধৰিলে।

বিস্ময়কৰ! বিস্ময়কৰ!! এটি মুহূৰ্তৰ ভিতৰত জবৰজং মানুহটো শেষ হৈ গ'ল। আৰু এছাটি বতাহৰ পাচত আলমগড়ীৰ ঔদ্ধ দেহিকৰ স্মৃতিও যমুনাৰ এই বিস্তীৰ্ণ বালিয়ে নিজৰ কক্ষ কৰ্কশ বুকুৰ মাজত লুকুৱাই পেলাব।

তিতা কাপোৰৰ সৈতে তাই 'ধীৰ সমীৰৰ' পিনে খোজ পেলালে ; বুঢ়ী এগৰাকীয়ে এইখিনিতেই কৈ গ'ল : তোমাক বোধহয় ৰাধে-শ্যামীহঁতে সিহঁতৰ লগত একেটা খুপৰিত ৰখাৰ আৰু ইচ্ছা নকৰিব। আলমগড়ী মৰাৰ খবৰ ইতিমধ্যে গোটেইখন প্ৰচাৰ হৈ গৈছে। সোঁ শৰীৰ চৰ্চা কৰা আখৰাত মল্লবোৰে আজি দিন দুপৰতে ভাং খাইছে। তাতে কলগছ আৰু চন্দ্ৰতাপেৰে আজি গোপীনাথ বজাৰ সজোৱা দেখিলো বোধহয় 'সোৱাং' ( সঙ্গীত সভা ) আৰম্ভ হ'বৰ হৈছে। বেয়া দিন আহিছে। মথুৰাৰ গুণ্ডাৰ দলটোও চাৰিওফালে পিয়াপি দি ফুৰিছে।

বুঢ়ী ৰাধেশ্যামীয়ে অৱশ্যে ঠিকেই কৈছিল। খুপৰিৰ দুৱাৰৰ ওচৰত থিয় হওঁতে গোটেই জাকে চিএঞৰি উঠিল : কিয় আকৌ আমাৰ তেজ কোহা খাব আহিলি ? আমি তোৰ দৰে গাভৰু এজনীৰ- দায়িত্ব লব নোৱাৰো···আমাৰ কঁকালৰ খোচনিত শুদ্ধ দেহিকৰ টকা আছে। আঠখম্বাৰ 'মানৱ সেৱাশ্ৰমত' উঠগৈ নাইবা, নাইবা ডাক্তৰ চৌধুৰীৰ চিকিৎসালয়ৰ বাৰাণ্ডাত পৰি থাকগৈ। ভাং চৌদা খাই পাষণ্ডৰ দলে তিনিবাৰ দুৱাৰত লঠিয়াই খবৰ লৈ গৈছে—যা আগবাঢ়। সিহঁতে আমাৰ খোচনিলৈ চাই চকু ৰঙা কৰি গৈছে।

ভিতৰত সিহঁতে শুকান ৰুটি ছিঙি খোৱাৰ শব্দ শুনা গ'ল। বিস্ময়কৰ !! এইবোৰ ৰাধেশ্যামীৰ শুদ্ধ দেহিকৰ টকা আছে আৰু এই শুদ্ধ দেহিকৰ টকাক সিহঁতে উদণ্ড প্ৰহৰী হৈ ৰক্ষা কৰি আছে। এই ক্ষেত্ৰত দয়া-মমতা চব তুচ্ছ কথা হৈ পৰিছে।

তিতা কাপোৰ পিঠিত মেল খাই পৰা চুলিৰে তাই এজনী প্ৰেতিনীৰ দৰে গোপীনাথ বজাৰৰ আলিৰে আগবাঢ়ি যাব ধৰিলে। কাবোবাৰ এনে অৱস্থা হৈছে নে।

মৰা পুৰি আহি কোনোবা তিৰোতাই একেবাৰে নিৰাশ্ৰয় হৈ এনেদৰে গোপীনাথ বজাৰৰ আলিত কেতিয়াবা ভৰি দিছে নে ?

নাই আৰু আগবাঢ়ি যাব নোৱাৰি। কিহৰ চিৰি এইটো ?

চিৰি নহয়? গৰু-ঘোঁৰাই পানী পিবৰ কাৰণে সাজি দিয়া চৌবাচ্চা এইটো। বহিব নেকি কিছু সময় এইখিনিতে তাই? নাই সময় নাই। যমুনাৰ পৰা পোনে পোনে অহা শীতল বতাহত তাই কঁপিব ধৰিলে। গাৰ তিতা কাপোৰখিনিয়ে বতাহৰ লগে লগে গাত লিপিটখাই ধৰিল। এই মুহূৰ্ততে তাই যেন আলিবাটত আচাৰ খাই পৰিব। মনত সাহ বান্ধি তাই কিছুদূৰ আগবাঢ়ি গ'ল। এয়া ভজন আশ্ৰমত মাৰ্বলেৰে বন্ধোৱা চিৰি। অন্ধকাৰৰ মাজতো চিৰি কেইটা তিৰবিৰাই আছে। তাই খেপিয়াই খেপিয়াই দোকানৰ মজিয়াৰ ওচৰলৈ আহিল।

কোনো নাই। বেয়া বতৰৰ বাবেই হয়তো সিহঁতে খুপৰি বিচাৰি উলিয়াইছে। আৰু আগবাঢ়িব নেকি?

হাড়াবাৰীত? হাড়াবাৰীত পৰিত্যক্ত কোঠা নাই। আৰু আলমগড়ী মৰাৰ কথা তাত থকা ৰাধেশ্যামীহঁতে ভালদৰে জানে। আজি বজাৰত মানুহ নাই। চৰেই সংগীত সভাত বহিছেগৈ। দোকানী-বেপাৰী কোনো বাদ যোৱা নাই। সচৰাচৰ এনে ধৰণৰ নীৰৱতা বৃন্দাবনৰ বজাৰত দেখা নেযায়। এই পুৰণা ভূৰ্জপত্ৰ, তালপত্ৰ আৰু কণ্ঠিমালাৰ দোকানৰ মজিয়াত পৰি থাকিব পাৰিলে-হেঁতেন। কিন্তু মাজ ৰাতি 'সোৱাং' ( সংগীত সভা ) শেষ হ'ব। হাতত জোৰ লৈ এইপিনেই মানুহ জাকে অহা-যোৱা কৰিব।

শশীৰ চকুত পৰিল জ্ঞানগোদৰীলৈ যোৱা আলিৰ মুখৰ মূৰাই থকা বিজুলী চাকিটি হঠাত জ্বলি উঠিল। চাকিৰ তলত মানুহ এটা বহি আছিল। তাই স্পষ্ট দেখিলে মানুহটোৱে লামলাকটুখিনি সামৰি লৈ এইপিনেই আগবাঢ়ি আহিছে। এৰা, এইপিনেই সি আগবাঢ়ি আহিছে। মানুহটো মদাহী। খোজবোৰ থৰক-বৰক। কাষলতিৰ তলত বিছনা। হাতত মদৰ বটল। অকলশৰে মদ খোৱা মানুহৰ পৰা আঁতৰত থাকিবা? কোনে কৈছিল? কোনে কৈছিল এই কথা তাইক!! সি এইপিনেই আগবাঢ়ি আহিছে যেতিয়া আহল-বহল ৰাবাগুাখন তাৰ চকুত পৰিব। তাই কাপোৰ-কানি সামৰি ৰাবলৈ

বুলি থিয় হওঁতেই বটল আৰু বিছনাৰ সৈতে মানুহটো আছি এই ভুজপত্ৰৰ দোকানৰ চিৰি এটাত বহিলহি……

: হেৰৌ কোন এইটো মজিয়াত থিয় হৈ আছ? নেজান এইখন মোৰ মজিয়া বুলি।……অ' ৰাধেশ্যামী বুঢ়ী আই যেন লাগিছে। কিয় থিয় হৈ আছা বহা! বহা!! মই তোমাৰ বুঢ়া সন্তান। তুমি যদি ৰাতি তাতে পৰি থাকা মই এই ঘোঁৰাই পানী খোৱা চৌবাচ্চাটোৰ ওচৰত পৰি থাকিম। শুনা মই 'আৰক্ষী' বাহিনীৰ মানুহ। যোৱা শুই থাকা। নিশ্চিন্ত মনে শুই থাকা। মই আৰক্ষী বাহিনীৰ মানুহ। চোৰাংচোৱা!

মানুহটোৱে টোপোলাটো খুলিলে। লগে লগে শিলত পৰি শুকাই যোৱা শিশুৰ বমিৰ গোন্ধৰ দৰে এক গোন্ধ চাৰিওকালে বিয়পি পৰিল। অন্ধকাৰৰ মাজতো শশীয়ে তাৰ মুখখন চিনি উলিয়াবৰ চেষ্টা কৰিলে। নাই দাড়িয়ে-গোঁফে ভোবোকাৰ এইখন মুখ ক'তো দেখা মনত নপৰে শশীৰ। সি আৰু এঢোক পিলে তাৰ পাচত বটলটো আকাশৰ পিনে টোঁৱাই চিঞৰিবলৈ ধৰিলে: বুঢ়ী আই মই ৰাতিহে ব্ৰজত ফুৰাৰ সুবিধা পাওঁ। কাৰণ? কাৰণ শুনা মই তোমাক মনে মনে কওঁ মই চোৰাংচোৱাৰ চোৰাংচোৱা। বুজিছা চোৰাংচোৱাৰ চোৰাংচোৱা। এইবাৰ মই ফুলতলী বাবাৰ পিচত লাগিছো ফশলতলী বাবাৰ 'ছৱাৰী' (শোভাযাত্ৰা) দেখিছা? 'হলিত' 'ফুলতলী বাবাই' বৃন্দাবন আৰু মথুৰাত 'ছৱাৰী' নিওঁতে কুৰিখন চতুৰ্দোল আৰু আঠটা গাধৰ পিঠিত 'আৱিৰ'। নিছিল মনত আছে? ব্ৰজবাসীৰ চৰণৰ তলত 'আৱিৰ', বেৰত আৱিৰ, মন্দিৰৰ ভগৱানৰ গাত আৱিৰ, 'হোৰেঙ্গাৰ' পালোৱান বাঈৰ কাপোৰত আৱিৰ, আৱিৰ! আৱিৰ!! যমুনাৰ বালি পোত খোৱা আৱিৰ আৰু শুনা আৰু দহ হাজাৰ মানুহৰ 'ভাণ্ডাৰা' বুটি, পুৰী, ৰবৰী, 'মালচা ভোগ'!! শেঠৰ আড্ডা। শেঠৰ গাড়ীৰ হুৰমুৰণি। শেঠৰ টকাৰ ঝনঝননি আৰু মই হতভাগ্য চোৰাংচোৱাৰ সহচৰী। শেঠ। আয়কৰ। 'আয়কৰ'ৰ ৰহস্যময় গহবৰ আৰু মই হতভাগা চোৰাং-

চোৱাই আজি সিংহ দুৱাৰৰ ভিতৰ লোমাৰ নোৱাৰিলো। বন্দুক-ধাৰী পল্টনে ক'লে এইবাৰ ৰথযাত্ৰাত ব্ৰজৰ দুখী-সুখী সকলোৱে একোখনকৈ কম্বল পাব। বেটা বন্দুকধাৰী এসময়ত সৈন্য বিভাগত আছিল!

সক চোৰাংচোৱাই ঢেকঢেকাই হাঁহিব ধৰিলে।

: শুই থাকা, নিশ্চিন্ত মনে শুই থাকা আই, মই এই চৌবাচ্চাৰ কাষতে শুই আছো।

মদাহী চোৰাংচোৱাই ফিচফিচাই কোৱাৰ দৰে ক'লে—তুমি প্ৰেমচন্দৰ 'নিমথৰ দাৰোগা' গল্পটি পঢ়িছিলানে? শুনা বন্দুকধাৰীয়ে বন্দুকৰ নলী সদায়ে সেই পেট পচা 'শেঠৰ' পেটৰ পিনে টোঁৱাই থাকে আৰু সি বেচেৰাই আমাৰ আৰক্ষী বাহিনীক নিমখহাৰাম বুলি গালি পাৰে। কোৱা তুমি প্ৰেম-চন্দৰ নিমথৰ দাৰোগা গল্পটো পঢ়িছিলানে? নাই পঢ়া।

বটল শেষ হোৱাৰ লগে লগে সক চোৰাংচোৱাৰ নিচা বাঢ়ি আহিল। বেমাৰী মানুহৰ দৰে সি চৌবাচ্চাৰ ওচৰত ঢলি পৰিল। তাৰ পাচত হুকহুকাই বমি কৰিবলৈ ধৰিলে।

মানুহটোৱে বমি কৰিবলৈ আৰম্ভ কৰিছে যেতিয়া এয়ে সুযোগ। তাই দৌৰিব ধৰিলে। হাড়াবাৰীৰ মুখৰ সেই ৰহস্যময় চাহৰ দোকানখনত তাই মানুহ নাই বুলি ভাবিছিল। কিন্তু অন্ধকাৰত মুখ লুকুৱাই তাত কেইটামান মানুহ আছিল।

বিহাৰীমোহন কুঞ্জৰ দুৱাৰ খোলা আছিল। তাই পোৱালি হেৰুৱা বাঘিনীৰ দৰে ছোঁ মাৰি গৈ নিমৰ তলি আৰু পকা কুঁৱা পাৰ হৈ মৃণালিনীৰ দুৱাৰত ঢকিয়াবলৈ ধৰিলে। ভিতৰৰ পৰা কাৰোবাৰ কৰ্কশ কণ্ঠ শুনা গ'ল: বেছি নঢকিয়াবি পুৰণা দুৱাৰ!!

দুৱাৰৰ ওচৰত তাই বহি পৰিল। বাহিৰত শীতল বতাহৰ কোৰ বাঢ়ি আহিছে। গাৰ কাপোৰ শুকোৱা নাই। প্ৰতি ছাটি বতাহৰ কোবেই চাবুক হৈ আহি তাইক আঘাত কৰিবলৈ আৰম্ভ কৰিলে।

নাই নাই আৰু বৰ নোৱাৰি, তাই এয়া মুখ থেকেচা খাই পৰি মৰি থাকিব আৰু নোৱাৰি। আৰু নোৱাৰি।

দুৱাৰ মেল খালে। মৃণালিনী বাহিৰলৈ ওলাই আহিল···

: তুমি! এই ৰাতি? মই আগেয়েই কৈছো ইয়াত অসুবিধা হ'ব। ওপৰৰ সৌ পাৰৰ বাহৰ দৰে খুপৰি দুটাতো দুজনী সোমাই আছে, দুটকাত ভাড়া দিছিলো আজি দুমাহে সিঁহতে মোক সিকি এটাও যচাহি নাই। তুমি দেখোন বেমাৰী মানুহৰ দৰে কঁপিছা?

: আলমগড়ীক পুৰি অহা তিতা কাপোৰ মই এতিয়ালৈকে সলাব পৰা নাই, আজি ৰাতি মোক পৰি থাকিব দিয়া।

: তোমাক দেখি এতিয়াই মুখ থেকেচা খাই পৰিবা যেন ধাৰণা হৈছে—আহা সোমাই আহা। আলমগড়ী মৰা খবৰ ইতিমধ্যে জনাজাত হৈ গৈছে। ৰাধেশ্যামীহঁতে তোমাক যে সিহঁতৰ লগত নেৰাখিব "এই কথা মই আগেয়ে গম পাইছো। মানুহবোৰ দিনে দিনে স্বাৰ্থপৰ আৰু নিষ্ঠুৰ হৈ আহিছে। যোৱা কাপোৰবোৰ সলাই লোৱা সৌ বিছনাৰ এচুকত মোৰ কাপোৰ এখন আছে। শুনা বেছি শব্দ নকৰিবা—মাৰ বেমাৰ বেছি হৈছে—মই সত্ৰে সত্ৰে কটি বিচাৰি যোৱাৰ সময়ত তেওঁৰ হাত-ভৰি বান্ধি থৈ যাব লাগে, ভাবি চোৱা কি কুৎচিৎ কথা হৈছে। আগেয়ে দুই পইচা দি মই ৰাধেশ্যামী একোজনীক ৰথীয়া পাতি গৈছিলো—এতিয়া সিহঁতৰ থক বাঢ়িল, বাঁকে বিহাৰীৰ গলিত নাইবা কাঁচৰ মন্দিৰৰ সন্মুখত ভিক্ষাৰ জোলোঙা লৈ বহিলে সিহঁতে কম সময়ত সৰহ পইচা পাব। অ' শুনা তোমাক একেবাৰে ওপৰৰ খুপৰি এটা দিব পৰা গ'লহেঁতেন। প্ৰেতিনী তিনিজনী সোমাই আছে দুই টকাকৈ ভাড়া—দুবছৰে দিয়া নাই আৰু 'ট্ৰাষ্টৰ' টকাৰ মুখলৈ চাই থাকোতে আমি তিনিটা প্ৰাণীৰ পেটে-পিঠিয়ে সমান হ'ল।

খুপৰিটিত ঢিম্মিক-ঢামাককৈ জ্বলি থকা চাকিৰ পোহৰত শশীয়ে গৈ মৃণালিনীৰ ভৰিৰ ওচৰত আঁঠু কোচাই ৰহিল। আলমগড়ীয়ে তোমাক অনিষ্টই কৰক নাইবা উপকাৰেই কৰক এইটো কথা ঠিক—

সি তোমাক দূৰৈৰ পৰা পহৰা দি আছিল। এতিয়া ব্ৰজৰ যুৱতী বিধৱা আৰু অসতী তিৰোতাৰ গোন্ধ লৈ ফুৰা কুকুৰনেচীয়া জাকৰ সুবিধা হ'ল। এতিয়া তোমাৰ মূৰৰ ওপৰত কোনো নাই বুলি সিহঁতে বঢ়িয়াকৈ জানিছে। আৰু শুনা, সেই ঠেকছিগা বাবাজীজাকে সুবিধা বুজি তোমাক 'যুগল উপাসনাৰ' প্ৰস্তাৱ কৰিবহি—খবৰদ্দাৰ। তুমি দ্বিতীয় ভুল নকৰিবা। থাবলৈ নেপাই আলিৰ বুকুত মুখ ঠেকেচা খাই পৰি মৰিলেও সৎ হৈ মৰাৰ নিচা আছে।

শশীয়ে উত্তৰ নিদিলে। ছয়ো যেতিয়া মজিয়াত শুই পৰিল গোপীনাথ বজাৰৰ 'সংগীত সভাৰ' হাঁহি-তামাচা আৰু ক্ৰন্দ গানৰ ঢৌৱে ব্ৰজৰ বায়ুমণ্ডল মুখৰ কৰি তুলিছে। এই হাঁহি-তামাচাৰ মাজতো এটা অপূৰ্ব দৰদী কণ্ঠ শশীয়ে শুনা পালে। ব্ৰজৰ মানুহৰ মুখে মুখে কিছুদিন ধৰি এই সংগীত শুনা গৈছে "যি কেইটা দিন জীয়াই থাকা এনেভাৱে জীয়াই থাকা যেন সমগ্ৰ পৃথিৱীখনেই তোমাৰ !"

মৃণালিনীয়ে ক'লে : গীতটিৰ কথাবোৰ বৰ সুন্দৰ। ভ্ৰাম্যমান সংগীতজ্ঞৰ দলটোৱে কিছুদিন ধৰি এই গানটোৱেই ব্ৰজবাসীক শুনোৱাবলৈ আৰম্ভ কৰিছে। সৌ সিদিনা মোৰ মায়েও বজাৰৰ মাজত বহি এই গীতটি গাইছিল। পাণ্ডাৰ পুতেকহঁতে টানি ননালৈকে বজাৰৰ মাজত বহি মায়ে এই গীতটি গাবলৈ আৰম্ভ কৰিছিল। শুনা আজিকালি ব্ৰজৰ মানুহে মাক চিনি পোৱা হৈছে।

এয়া এয়া কি হ'ল তুমি কান্দিছা ?

: তুমি সাহসী ছোৱালী, মোৰ ধাৰণা তুমি সৎ আৰু পবিত্ৰও। তাৰোপৰি ডাক্তৰ ৰায়চৌধুৰীয়ে তোমাক সহায় কৰিব বুলি ব্ৰজৰ মানুহে কোৱামেলা কৰিছে। জীয়েকক লৈ তেওঁ যি কল্পনা কৰিছিল সেই কল্পনা ধ্বংস হোৱাৰ কথা জানা নহয়। তেওঁৰ পৰিবাৰেও বিছনা লৈছে। ব্ৰজৰ বাটে-ঘাটেও আজিকালি তেওঁ সেই খ্ৰীষ্টান যুৱকটিৰ ছায়া দেখা পাই হেনো। উঠা, চকুলো মচি লোৱা, মোৰ দৃঢ় ধাৰণা কাঁচৰ বাবে তুমি মাণিক নেহেকৱা। কিহৰ বাবে চিন্তা

তোমাৰ? প্ৰেম? বঙ্গজীৰ বালব্ৰহ্মচাৰী স্বামীৰ প্ৰতি টান? সময় পাৰ হৈ যাব আৰু তোমাৰ এই প্ৰেম যদি ক্ষণস্থায়ী মোহ নহয় সময়ৰ কষটি শিলত ঘঁহনি খাই সুবৰ্ণৰ দৰে সত্য হৈ ৰব। স্বামীজীৰ অন্যমনস্কতাই সেই সুবৰ্ণ সত্যক ধূলি হৈয়ো আঘাত কৰিব নোৱাৰিব? বিশ্বাস কৰা মই মোৰ এই ছকুৰি বছৰীয়া জীৱনৰ অভিজ্ঞতাৰ পৰাই এই কথা কৈছো। উঠা চকুলো মচি লোৱা, বছৰবোৰ চকুৰ পচাৰতে বাগৰি যাব। তুমি আকৌ উভতি আহিবা। মোৰ দৃঢ় বিশ্বাস কাঁচৰ বাবে তুমি মাণিক কেতিয়াও নেহেকৰা।

টিমিক-টামাককৈ জ্বলি থকা চাকিটো এটা সময়ত নুমাই থাকিল। ঘন অন্ধকাৰৰ বুকুত দুটি ক্ষত-বিক্ষত আত্মাই এই শীতল কক্ষ মজিয়াত পৰি এটিয়ে আনটিৰ ডিঙিত সাবটি ধৰিলে। এক অনিশ্চিত আৰু ভয়াবহ ভৱিষ্যতৰ ভয়ত পেপুৱা লগা দুয়োকো এইখিনি সময়ত দুটি শিশুৰ দৰে দেখা গ'ল।

## ॥ ধৈৰ্য্য ॥

অন্ধ ঠাকুৰ চাহাবে আজিকালি বেছিভাগ সময় পুৰণি স্মৃতি ৰোমন্থন কৰি অতিবাহিত কৰে। যেতিয়া এই স্মৃতি ৰোমন্থনৰ পৰা সাৰ পাই উঠে তেওঁৰ ভাব হয় এই দেহ স্বৰূপ ভগ্ন গৃহৰ পৰা তেওঁৰ আত্মাই কেতিয়াবাই বিদায় লৈ আঁতৰি গৈছে—এই মুহূৰ্তত তেওঁ উঠা-মেলা কৰিব পৰা তেওঁ এটি কুৎসিত মৰাশ মাথো।...ব্ৰজবাসী বৃদ্ধ লোক সকলক তেওঁ আজিকালি এটিয়েই প্ৰশ্ন কৰিব খোজে— সিহঁতৰ মনত ঠিক এনে ধৰণৰ—এৰা ঠিক এনে ধৰণৰ ভাব উদয় হয় নেকি? নাই নাই ঠিক তেওঁ মনত লগা, ঠিক তেওঁ সান্ত্বনা পাব পৰা কোনো উত্তৰ তেওঁ আজিলৈকে পোৱা নাই। একোদিনা তেওঁৰ ভাব হয়...কেতিয়াবা যদি কিবা ঐশ্বৰিক উপায়ে তেওঁ দৃষ্টি উভতাই পাই প্ৰত্যেকজন ব্ৰজবাসী বৃদ্ধৰ ওচৰলৈ গৈ তেওঁ একেটাই প্ৰশ্ন কৰিব—কি যোগসূত্ৰক সাবটি ধৰি এতিয়াও সিহঁতে আক্ৰোহীৰ

দৰে বিশ্বাস কৰে—সিহঁতৰ এই ভগ্ন গৃহ স্বৰূপ শৰীৰৰ পৰা আত্মা বিচ্ছিন্ন হৈ পৰা নাই ?

এদিন যথেষ্ট দেৰীলৈকে ঠাকুৰ চাহাব মন্দিৰৰ চিৰিত বহি আছিল। এটা এটাকৈ তেওঁৰ লগত আড্ডা দিব অহা মানুহবোৰ আঁতৰি গৈছিল। তেওঁৰ সমুখেৰে 'ৰাসমণ্ডলীৰ' মানুহ এজাক গান-বাজনা কৰি পাৰ হৈ গৈছিল। সিহঁতে গাত ঘঁহা আতৰৰ গোন্ধ আহি ঠাকুৰ চাহাবৰ নাকত লাগিল।

: কি আতৰ এয়া ? কি আতৰ ?

কিছুমান নিৰ্দিষ্ট গোন্ধে অনেক প্ৰাচীন কথা সোঁৱৰাই দিয়ে। ঠাকুৰ চাহাবৰ চকুৰ আগত ভাঁহি উঠিল এযোৰ কলাফুল। ঘামেৰে তিতি থকা এযোৰ কলাফুল। ছিঃ, মন্দিৰৰ চিৰিত বহি তেওঁ এজনী অসতী তিৰোতাৰ কলাফুলৰ কথা মনলৈ আনিছে! তাকো আকৌ মনত পেলাই দিছে ৰাসমণ্ডলীৰ পবিত্ৰ নৃত্য কৰা সমদলটিয়ে। এই আত্মগ্লানিত ঠাকুৰ চাহাবৰ কিন্তু হাঁহিহে উঠিল।

এনে এটা দিন আছিল যি সময়ত ঠাকুৰ চাহাবে ভাত খাব এৰি, চাহ খাব এৰি বিবাহিতা পত্নী আৰু ল'ৰা-ছোৱালীৰ মায়া বান্ধোনক এৰি মাথো মদকে খাইছিল। তেওঁৰ মনত আছে—ডাঙৰ পুতেকে তেওঁৰ কাণৰ কাষত আহি গালি পাৰি থৈ গৈছিল। স্বাৰ্থপৰ! নিমখ হাৰাম !! বদমাচ !! ল'ৰা-ছোৱালীয়ে ফটা কাপোৰ পিন্ধিছিল—আৰু পৰিবাৰে দেখা দেখিকৈয়ে গহনা বেচিছিল। কি দিন আছিল সেইবোৰ? জীৱনৰ আটাইতকৈ বহুমূলীয়া দিনৰ সঞ্চিত অৰ্থ আৰু এজাক অসতী তিৰোতা আৰু? আৰু?...তেওঁৰ ওঁঠ দুটা শুকাই শিলৰ দৰে কৰ্কশ হৈ আছিল। সেই মল্লযোদ্ধা জাকে কিয় যায় তেওঁৰ সমুখেৰে নিচা কৰি? ৰাসমণ্ডলীৰ নটবোৰ কিয় যায়—সেই একে সুগন্ধি আতৰ গাত ঘঁহি ?

দেশ বিভাজনৰ সেই ভয়াবহ দিনবোৰৰ স্মৃতি অৱশ্যে একোটা নিৰ্দিষ্ট শব্দইহে ঠাকুৰ চাহাবৰ মন আৰু হৃদয়ক সমানে আহি আলোড়িত কৰেহি। সেয়া হৈছে ব্ৰজৰ শক্তিশালী ঘোৰাই টনা

টাঙ্গাৰ একোটা নিৰ্দিষ্ট, শব্দ। সেয়া যেন লোহাৰ আলিত পৰা টাঙ্গাৰ চকাৰ কৰ্কশ ৰুক্ষ শব্দ। এই শব্দ শুনাৰ লগে লগে ঠাকুৰ চাহাবৰ মূৰটো আঁঠু দুটাৰ তললৈ দোঁ খাই পৰে। একোটা শব্দই কাৰোবাৰ মনলৈ ঠিক এনেকৈ স্বচ্ছভাবে অতীতক উভতাই আনে জানো ?

দেশ বিভাজনৰ সময়ত এটা চিমেণ্টৰ কোম্পানীত কাম কৰিছিল ঠাকুৰ চাহাবে। আচৰিত কথা—তেওঁৰ ভাব হয় চিমেণ্টৰ ক্ষুদ্ৰ কণিকাবোৰে গোট খাই যেন এখন শুভ্ৰ বগা কাপোৰ হৈ তেওঁক অনুসৰণ কৰে। লগে লগে তেওঁৰ মূৰটো আঁঠু দুটাৰ তললৈ দোঁ খাই পৰে। অকল তেওঁৰেই জানো ? অনেক ৰজা-মহাৰজা, ৰথী-মহাৰথী সেইসময়ত স্থিতিহীন হৈ পৰা নাছিল জানো ? ৰথী-মহাৰথী, ৰজা-মহাৰজা তেনে:হোৱাৰ কাহিনী এয়াতো নতুন কথা নহয় ?

দামোদৰ ? ঝান্সীৰ ভাবী ৰজা দামোদৰ ? লক্ষ্মীবাঈৰ দত্তক পুত্ৰ দামোদৰ ? বেচাৰাই সেই শিশু কালতে ৰাম নাম লিখা কাগজৰ বড়ি আটাৰে মিহলাই পুখুৰীত লালিত মাছক খুৱাইছিল। নাগৰা চামৰ চিহ্নিত ৰঙা পতাকা ঝান্সীৰ দুৰ্গত মাথো এটা বছৰহে উৰিছিল। ফিৰিঙ্গীয়ে ক্ষালি নেপেলোৱালৈ এই ধ্বজা মাথো এটা বছৰহে উৰিছিল ? আৰু সেই ভাবী ৰজা দামোদৰ ক'ত নিশ্চিহ্ন হৈ পৰিল ?

দামোদৰৰ পুত্ৰ লক্ষণৰাওক এতিয়াও ইন্দোৰৰ 'ইমলী বজাৰত' দেখা যায় উদং ভৰি আৰু জোৰা কাঁনি হোৱা বনিয়ন ? ঠাকুৰ চাহাবৰ হাঁহি উঠিল। লগে লগে তেওঁ অনুভৱ কৰিলে চকুৰ তলৰ শোটোৰা ছালখন তিতি গৈছে।

চিমেণ্টৰ ক্ষুদ্ৰ কণিকাবোৰ গোট খাই এখন বগা কাপোৰ হৈ পৰে। সেই বগা কাপোৰখনে অহৰহ তেওঁক অনুসৰণ কৰে। দামোদৰৰো ঠিক এনে এটা অৱস্থা হৈছিল নেকি।

আঁঠু দুটাৰ তলত তেওঁৰ ক'লা মূৰটি আকৌ দোঁ খাই পৰিল। লাঠিডাল তেওঁ দুয়ো হাতৰ মুঠিৰে খামুচি ধৰিলে। এনে এক অৰ্ধ-চেতন অৱস্থাত কিমান সময় ঠাকুৰ চাহাব পৰি আছিল মনত নাই।

হঠাৎ এক প্ৰচণ্ড চিঞৰৰ শব্দত তেওঁ সাৰ পাই উঠিল। এটা উন্মত্ত সমদল যেন তেওঁৰ ওচৰলৈ আগবাঢ়ি আহিছে। কোনোবাই তেওঁৰ কাণৰ কাষত আহি চিঞৰি উঠিল। আপোনাৰ পৰিবাৰ ঘৰৰ পৰা নোহোৱা হৈছে !!

ঠাকুৰে লাখুটিডাল জোৰেৰ খামুচি ধৰিলে। তললৈ দোঁ খাই পৰা মূৰটি ওপৰলৈ তুলি তেওঁ আৰ্তনাদ কৰি উঠিল : কি হ'ল ?

ৰাধেশ্যামী বুঢ়ী কেইজনীমানে চিঞৰি উঠিল : তুমি ইয়াত ঘণ্টাৰ পাচত ঘণ্টা কস্তি মাৰি ৰহি থকাতকৈ ঘৰত বহি থাকিব পাৰিলা-হেঁতেন। চকু দুটা গ'লেও হাতভৰি আছে নহয়। মানুহজনীক ৰখি থাকিব পাৰিলাহেঁতেন। বেচেৰী ছোৱালীজনীয়ে হাহাকাৰ কৰি বিচাৰি ফুৰিছে।

ভিৰৰ মাজৰ কোনোবা এটাই চিঞৰি উঠিল : কণা বুঢ়াৰ ওচৰত থিয় হৈ থাকি লাভ নাই, বুঢ়ী 'মৌনীবাবাৰ' আখৰাৰ পিনে নগ'লেই হয়। কোনোবা "চোৱৰৰ বাচ্চাই" মহন্তৰ হাতীক ভাঙৰ বড়ি খুৱাইছে! যোৱা ৰাতি মুৰলীধৰৰ শোভাযাত্ৰাত কথমপিহে মহন্তই হাতীটোক শান্ত কৰি ৰাখিলে।

হাতত লৈ অহা টাঙোনৰ মূৰবোৰ পকাত আফলিয়াই একোটা প্ৰচণ্ড শব্দ কৰি সিহঁত আগবাঢ়িল।

ঠাকুৰ চাহাবে অনুভৱ কৰিলে তেওঁৰ ডিঙিটো যেন শুকাই কাঠ হৈ গৈছে। মূৰটো আকৌ এবাৰ আঁঠু দুটাৰ তললৈ দোঁ খাই পৰিল। তেওঁৰ বুজিবলৈ বাকী নেথাকিল···মন্দিৰ বেচি আক্ৰো-হীহঁতৰ হাতৰপৰা যি কেইটা টকা ৰক্ষা কৰা হৈছে—মৃণালিনীয়ে সেই কেইটা টকা ৰাক্ষসৰ দৰে তিনিটা মানুহৰ 'ঔৰ্দ্ধ দেহিকৰ' বাবে সাঁচি থৈছে—ট্ৰাষ্টৰ একুৰি টকা আৰু সত্ৰৰ কেঁচা কটি। হয় মানুহজনী পেটৰ ক্ষুধাত বাহিৰলৈ গৈছে।

আকৌ অন্ধ ঠাকুৰ চাহাবে শুনিলে সেই শব্দ—টাঙোন, জোতা, মানুহৰ হাই উকমি। সিহঁত উভতি আহিছে। তেওঁ অনুভৱ কৰিলে গোটেই গাটো তেওঁৰ ঠক ঠককৈ কঁপিব আৰম্ভ কৰিলে!

গাৰ সমস্ত জোৰেৰে তেওঁ লাঠিডাল বুকুৰ ওচৰত চেপি ধৰিলে।

মৃণালিনীৰ কণ্ঠ শুনা গ'ল। পোৱালি হেৰুৱা বাঘিনীৰ দৰে হাহাকাৰ কৰি তাই চিঞৰি উঠিল: এই কথা বুঢ়াটো দেখিছ নহয় তহঁতে, আমাৰ সোণৰ সংসাৰ ই চাৰথাৰ কৰি দিলে। গোটেই জীৱন আমাক আধাপেটা কৰি ৰাখি ই মদ খালে—শেষত মদে তাক লাথি মাৰি ইয়ালৈ ওকৰাই পঠিয়াইছে।

কথাখিনি শেষ কৰি মৃণালিনীয়ে এটা অদ্ভুত কাম কৰিলে। পিন্ধি থকা ব্লাউজটোৰ এবথলা তাই হাতেৰে আঁজুৰি ফালি পেলালে—'ৰাধেশ্যামী'হঁতৰ আগত নিজৰ স্তনদ্বয়ক উন্মুক্ত কৰি চিঞৰি উঠিল: তহঁতে ক'—মই জানো মাক হ'ব নোৱাৰিলোহেঁতেন? মই জানো এটি 'ভগৱান' জন্ম দিব নোৱাৰিলোহেঁতেন? ··কি কাৰণে মই দুটা প্ৰেতাত্মাৰ প্ৰহৰী হৈ থাকিবলগীয়া হ'ল? গোটেই জীৱন দুটা প্ৰেতাত্মাৰ প্ৰহৰী? হৈছে নে তহঁতৰ এনে অৱস্থা? তহঁত খুপৰিবাসী, দৰিদ্ৰ 'ৰাধেশ্যামী' হৈছেনে তহঁতৰ এনে অৱস্থা?"

'ঔদ্ধ দেহিকৰ' টকা নোখোৱা এগৰাকী ৰাধেশ্যামীয়ে উঠি আহি তাইৰ কাণৰ ওচৰত ফুচফুচাই ক'লে: কাপোৰখনেৰে গাটো ভালদৰে ঢাকি লোৱা—তুমি অনেক পুণ্য কৰিলা। আৰুতো বেছি দিন নাই দুয়োৰে শেষ কামকেৰা কৰি যাবা!

আন এগৰাকী 'ৰাধেশ্যামী'য়ে ক'লে: কি দৰকাৰ কথা বুঢ়াটোৰ কাৰণে ইমানখিনি টকা পুতি থোৱাৰ···শুনিছো গোটেইটো জীৱন লেদেলা উকটিলা—এতিয়া হাত ধোৱা আৰু ভোগ কৰা।

ঢং ঢংকৈ মুৰলীধৰৰ ঘণ্টা বাজিল। লগে লগে দাপ্তা আৰু মানুহৰ কলৰৱ শুনা গ'ল। এজন বিৰাটাকাৰৰ পাণ্ডা চোঁচৰাই অনাৰ দৰে আনি মৃণালিনীৰ সমুখত মাকক হাজিৰ কৰিলে: বুঢ়ীয়ে পানী খাব পোৱা নাছিল। চুঙ্গিৰ পল্টনৰ ঘোঁৰাশালত গৈ পানী বিচাৰিছিল।

ঢেকঢেকাই হাঁহিবলৈ ধৰিলে পাণ্ডাই। লগে লগে গোট খোৱা ৰাধেশ্যামীহঁতেও ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। মৃণালিনীয়ে আগবাঢ়ি আহি মাকৰ হাতত ধৰিলেহি; দুয়ো মন্দিৰৰ অন্ধকাৰ চিৰি অভিমুখে

আগবাঢ়িল। আন্ধাৰ আৰু পোহৰৰ ভেদাভেদ ঠাকুৰ চাহাবৰ পৰিয়ালে ইতিমধ্যে পাহৰি যাবলৈ আৰম্ভ কৰিছিল। অন্ধকাৰৰ মাজত পোত গৈ থকা চিৰিকেইটা মৃণালিনীয়ে কটকটীয়াকৈ দেখা পাইছিল। এবা, অনেক যুগ ধৰি তাই যেন মাকৰ হাতত ধৰি এনেকুৱা অন্ধকাৰ চিৰি পাৰ হৈ আহিছে।

ভৰিৰ জোতাৰ শব্দ নোহোৱা হৈ আহিল। 'ৰাধেশ্যামী'হঁতৰ হাই-উকমিও নোহোৱা হ'ল। নিশ্চুপ নিৰ্জন ব্ৰজ মৰিশালিলৈ ৰূপান্তৰ হ'ল। ঠাকুৰ চাহাব আজি একেদৰেই মন্দিৰৰ চিৰিত বহি ৰ'ল। যমুনাৰ পৰা দুই-এছাটি বতাহ আহি তেওঁৰ গাত উজুটি খালেহি। ঠাকুৰ চাহাবৰ গাত পুৰণি বনিয়ন। একো একোবাৰ তেওঁ কঁপি উঠিল। আজি কোনেও তেওঁক ওপৰলৈ তুলি নিয়াৰ কথা নেভাবিলে। অকলে উঠি যোৱা তেওঁৰ বাবে সম্ভৱ নহয়। ৰাতি দোভাগ হ'ল। ঠাকুৰ চাহাবে লাখুটিডাল খামুচি ধৰি একে ধৰণে বহি থাকিল। আলিৰ দাঁতিত শোৱা অথবা ল'ৰা-ছোৱালী দুটিৰ দৰে তেৱোঁ এইখিনিতে শুই পৰিব নেকি? হাতেৰে তেওঁ খেপিয়াই চালে। সৰু থহটা চিৰি। আঁঠু সামৰি বহাও অসুবিধা। কি কৰিব? কি কৰিব তেওঁ? বতাহে তেওঁৰ এই শুকান শৰীৰ যেন ক্ষত বিক্ষত কৰি পেলাব।—ৰাতি বাঢ়ি আহিল।

ঠাকুৰ চাহাবে একেধৰণে বহি থাকিল।

লাঠি খামুচি এনেদৰে বহি থাকোতে ঠাকুৰ চাহাবৰ সম্ভৱতঃ চিলমিলকৈ টোপনি আহিছিল। হঠাৎ তেওঁ চকামকাকৈ সাৰ পাই উঠিল। কোনোবা এটা আহি যেন তেওঁৰ ওচৰত থিয় হৈছে। চিঞৰি উঠিল তেওঁ: কোন? কোন?

: বলক মই আপোনাক খুপৰিত থৈ আহোঁ। এই আলিবাটেৰে মই তিনিবাৰ অহা-যোৱা কৰিছো। তিনিবাৰেই আপোনাক এনেদৰে বহি থকা দেখিছো।

: কিন্তু তুমি কোন বাছা?—এই আন্ধাৰ ৰাতি দেৱদূতৰ দৰে মোৰ ওচৰত থিয় হ'লাহি?

ল'ৰাটিয়ে উত্তৰ নিদিলে।

: চাকিৰ পোহৰৰ দৰে উজ্জ্বল মন—অথচ কাম কৰা অন্ধকাৰ ৰাতি!

লগে লগে তেওঁ বহাৰ পৰা উঠিল। আঁঠুৰ কজাবোৰে কট্ কট্ কৰি উঠিল। ল'ৰাটিৰ কান্ধত ধৰিবলৈ তেওঁ হাতখন মেলি দিলে। তেওঁৰ হাতে গৈ এই কোমল বয়সীয়া ল'ৰাটিৰ গাল স্পৰ্শ কৰিলে। উচপ খাই উঠিল ঠাকুৰ চাহাব: তুমি কান্দিছা?···এয়া মোৰ হাতত তোমাৰ চকুলো।—কিয় কান্দিছা তুমি?

নাই এনেয়ে কান্দিছো। আপুনি দৃষ্টিহীন বৃদ্ধ। ইমান ৰাতিলৈ আপুনি এনেদৰে বহি আছে।

অভিভূত হৈ পৰিল ঠাকুৰ চাহাব। কঁপা কঁপা হাতেৰে ল'ৰাটিৰ মুখ আৰু কান্ধ খেপিয়াব ধৰিলে: শুনা মোৰ দৰদী সৰু বন্ধুটি-আজকালি মই এনে এটা অৱস্থাত থিয় হৈছো, যি সময়ত মাজে মাজে মোৰ ধাৰণা হয়—মই এটা পানী কেঁচুৱা হে, মোৰ এই মন্দিৰৰ পূজাৰী ককাৰ কোলাত বহি খেলা আৰম্ভ কৰিছো। এতিয়া মোৰ এই শৰীৰটো এটা ভঙা ঘৰ।

এইবোৰ মণি-মাণিক্যখচিত কথা ধুমুহা হৈ আহে··ভঙা ঘৰৰ ওপৰত ধুমুহা—বৰ কষ্টকৰ কথা।

ল'ৰাটিয়ে ক'লে: ব'লক ৰাতি শেষ হৈ আহিছে!

খুপি খুপি দুয়ো ওপৰলৈ উঠি গ'ল। সৰু চিৰি কেইটাৰ ওচৰ পোৱাৰ লগে লগে ঠাকুৰ চাহাবে ক'লে: শুনা, শুনা মোৰ সৰু বন্ধুটি তুমি যেন সদায়ে মনে মনে দুঃখীৰ কাৰণে এনেকৈ চকুলো টুকিব পাৰা। মোৰ দৰে এই 'তৈমুৰাই' কোৱা কথা অসত্য হ'ব নোৱাৰে···প্ৰথমৰ পৰা ঠিক এই বাটেৰে খোজ কাঢ়িলে মণি-মাণিক্য-খচিত কথাবোৰ শেষলৈ আৰু ধুমুহা হৈ আহিব নোৱাৰে। এই মণি-মাণিক্যখচিত কথা স্বয়ং ব্ৰজ চন্দ্ৰ হৈ পৰিব।·দুহেজাৰ ৰাধে-শ্যামীক ব্ৰজ চন্দ্ৰই যেনেদৰে উতলা কৰি ৰাখিছে—তোমাকো··· আগবাঢ়া মোক খুব সাৱধানে তললৈ নমাই নিয়া—বৰ বেয়া চিৰি,

এইবাৰেই 'ৰাধেশ্যামীহঁতে' মোক নমাই থব টান পায়। শেলুৱৈয়ে ধৰাৰ বাবে চিৰিবোৰ পিছল হৈ আছে। বিহাৰীকুঞ্জৰ প্ৰাচীন গৰাকীয়ে কেতিয়াও হয়তো ভবা নাছিল এই চিৰি কেইটা এদিন তেওঁৰ অন্ধ বংশধৰৰ অতীব প্ৰয়োজন হৈ পৰিব।

দুয়ো নিৰাপদে চিৰি কেইটা পাৰ হ'ল। শেষ চিৰিটিত ভৰি দি ঠাকুৰ চাহাবে ল'ৰাটিৰ মূৰত হাত এখন থৈ ফিচফিচাই কোৱাৰ দৰে ক'লে : তুমি দুখীজনৰ বাবে সদায়ে যেন এনেদৰে কান্দিব পাৰা···

কিন্তু এয়া কি হ'ল ঠাকুৰ চাহাবৰ—যি দৃষ্টি অন্ধকাৰৰ গহ্বৰত বহুদিনৰ আগেয়ে লুপ্ত হৈ গৈছে···সেই দৃষ্টিৰ সন্মুখত এই মুহূৰ্তত নামি আহিল এক ঐশ্বৰিক পোহৰ। ৰহস্যময় পোহৰ।

মোৰ এটা আশা আছে তুমি যেতিয়া এই অন্ধকাৰ ৰাতি মোৰ দেৱদূত হৈ আহিছা মোৰ সেই আশাও একমাত্ৰ তুমিয়েই পূৰণ কৰিব পাৰিবা। পাৰিবা ?

: সাধ্যৰ অনুকূল হ'লে নিশ্চয় পাৰিম।

: অলপতে ৰঙ্গজীৰ ৰথযাত্ৰা হ'ব তুমি নিশ্চয় গম পাবা—ৰাতি ব্ৰজৰ বাটে ঘাটে ফুৰিলেও গম পাবা। মোৰ ইচ্ছা তুমি অলপ সময় মোক সেই ৰথযাত্ৰা দেখুৱাই আনিবা—কোৱা পাৰিবা ?

: নিশ্চয় পাৰিম।

অন্ধকাৰৰ মাজতো সৰু যুৱকটিয়ে দেখিলে ঠাকুৰ চাহাবৰ ওঁঠেৰে এটা হাঁহি বাগৰি গৈছে। মানুহৰ হাঁহিও যে এনে হৃদয় বিদাৰক হ'ব পাৰে সৰু যুৱকটিৰ আগেয়ে ধাৰণা নাছিল। ঠাকুৰ চাহাব অন্ধ। ৰথযাত্ৰাত তেওঁ মানুহৰ কোলাহলৰ বাহিৰে কি উপভোগ কৰিব ? কিন্তু এই কোমল হৃদয়ৰ যুৱকটিয়ে ঠাকুৰ চাহাবক এই প্ৰশ্নটি সুধিব নোৱাৰিলে।

: যোৱা এইখিনিৰ পৰা মই অকলেই যাব পাৰিম। মোৰ কথা মনত থাকিব নহয়··· !

লাখুটিতে ভৰ দি খুপি খুপি গৈ ঠাকুৰ চাহাব সেই অন্ধকাৰ খুপৰিৰ ভিতৰ সোমাল। যেন জীৱন্ত প্ৰেতাত্মা এটা এক অন্ধকাৰ

কফিনৰ পৰা এই মাত্ৰ উঠি গৈছিল আৰু এতিয়া আকৌ গৈ সেই কফিনৰে ভিতৰ সোমাইছেগৈ !

## ॥ পোদ্ধৰ ॥

আজি পুন্নাই মাখন বৰণীয়া সাপটোৱে সৌদামিনীৰ কোঠাৰ পৰা ওলাই গৈ আখৰাৰ মানুহক ভ্ৰূক্ষেপ নকৰি পানী খোৱা কুঁৱাৰ ওচৰলৈ গৈ আকৌ উভতি আহিল। 'মাধুকৰী' কৰি খোৱা আখৰাৰ বাবাজী দুটাই কৈ গ'ল ঃ আজিৰ দিনটি ভালৰ বাবে অহা নাই।

হয়, সিহঁতে ঠিকেই কৈছিল। চিকিৎসালয়ৰ দুৱাৰমুখত মৰাশ' এটা পৰি আছিল। ৰাতি আবতৰীয়া বৰষুণ এজাক আহিছিল তেতিয়াই বোধহয় মানুহটোৱে চিকিৎসা বিচাৰি আহিছিল।

আখৰাৰ বাবাজী আৰু ৰাধেশ্যামী দুগৰাকীমানে আহি শটো জুমি জুমি চাব ধৰিলে। হঠাৎ এগৰাকী ৰাধেশ্যামীয়ে চিঞৰি উঠিল ঃ ভক্তৰ এটি সোণৰ দাঁত আছে।

সোণৰ দাঁত ? গোটেই জাকে সমস্বৰে চিঞৰি উঠিল আৰু ওচৰলৈ আহি জুমাজুমি কৰিব ধৰিলে। আখৰাৰ বাবাজী এটাই ক'লে ঃ সৰুতে মই হৰিদ্বাৰত 'পাৰঙ্গী চালনীৰে' মানুহৰ অস্থি তুলি মুদ্ৰা আৰু সোণৰ দাঁত গোটাইছিলো বিশ্বাস কৰা, এবছৰত মই কুৰিটা সোণৰ দাঁত গোটাইছিলো···আজিকালি 'চালনীৰে' পানীৰ পৰা অস্থি তোলা ল'ৰাহঁতে বছৰত এটা দাঁত পাই নে নেপাই সন্দেহ।

মৃতদেহৰ এই সোণৰ দাঁতটিয়ে ব্ৰজবাসীৰ মনত যথেষ্ট কৌতূহলৰ সৃষ্টি কৰিলে। চিকিৎসালয়ৰ সন্মুখত মানুহৰ ভিৰ বাঢ়ি আহিল। কুঁৱাত পানী নিবলৈ অহা বুঢ়ী দুগৰাকীয়ে কোৱা মেলা কৰা সৌদামিনীয়ে শুনিলে ঃ ব্ৰজবাসৰ মাহাত্ম্য নাই বুলি কেনেকৈ ক'বা ? ভাঙ্গিয়ে লাঠি মাৰি যমুনাত পেলালেহেঁতেন এতিয়া ভদ্ৰলোকৰ কান্ধত উঠি স্বৰ্গ যাত্ৰা কৰিব।

আন এগৰাকীয়ে ক'লে ঃ সৌ সিদিনা চুঙ্গিৰ পণ্টনহঁতে কোৱা-

মেলা কৰা শুনিলো—টকা সিকা নোহোৱা ৰাধেশ্যামীহঁতৰ 'ঔৰ্দ্ধ-দেহিকৰ' কাম চৰকাৰে কৰিব।

ডিণ্ডিত টৈমুনা থকা পাতল ওঁঠৰ ৰাধেশ্যামী এগৰাকীয়ে চিঞৰি উঠিল: সেইবোৰ খোলাকাটিৰ তাল। যোৱা বছৰো চুঙ্গিৰ পণ্টনইঁতে এনে কথা কৈছিল তাৰ আগৰ বছৰো পণ্টনইঁতে একেই কথা কৈছিল।

এইবাৰ আন এগৰাকীয়ে ক'লে: ডাক্তৰণীও যাব···মই সেইদিনা দেখি আহিছো মানুহজনীৰ পেটে পিঠিয়ে লাগিছে।

: বিধৱা জীয়েক আৰু 'খ্ৰীষ্টান' প্ৰেমিক এইবোৰেই কাল হ'ল।

: কেতিয়াবা কাৰোবাৰ বঢ়া ভাতত বিহ দিছিল চাগৈ সেইবাবে এনেকুৱা জীয়েকক পেটত ধৰিছিল। অকলশৰে ব্ৰজত দং দংকৈ ঘূৰি ফুৰে। অসতী আহম্মক।

চিকিৎসালয়ৰ সন্মুখত গোট খোৱা মানুহজাকলৈ ভ্ৰূক্ষেপ নকৰি এইবাৰ তিনিওজনী বুঢ়ীয়ে কাপোৰ কানি খুলি উলঙ্গ হৈ নাদৰ পাৰত গা ধুব ধৰিলে।

শাৰীৰিক আৰু মানসিক উভয় দিশেৰে সিহঁতৰ মাজত পুৰুষ আৰু নাৰীৰ কোনো পাৰ্থক্য নাছিল। সেই প্ৰাচীৰ সিহঁতে কেতিয়াবাই অতিক্ৰম কৰি আহিছে।

ব্ৰজৰ আৰু অনেকৰ মুখত সৌদামিনীয়ে এই একে কথা শুনি আহিছে। অন্তঃকৰণ স্পৰ্শ কৰিব পৰা শক্তি এই কথাৰ এতিয়া নোহোৱা হৈ গৈছে।

যি সময়ত ৰাধাৰাণীৰ জয়ধ্বনিৰে উৰুলিকৃত হৈ এই অচিন ভক্তৰ মৃতদেহটি যমুনাৰ বালিলৈ লৈ যোৱা হৈছিল ঠিক সেই একে সময়তে হৰিদাস স্বামীৰ বাঁকে বিহাৰী প্ৰাপ্তিৰো শোভাযাত্ৰা আৰম্ভ হৈছিল।

: সৌভাগ্য !! সৌভাগ্য ! বিস্ময়কৰ সৌভাগ্য। চোৱা দুয়োটি শোভাযাত্ৰা কেনেকৈ একহৈ মিলি গৈছে।

'ঔদ্ধ দেহিকৰ', অৰ্থ গোট নোখোৱা ৰাধেশ্যামী ছুগৰাকীমানে আৰ্তনাদ কৰি উঠিল।

সৌদামিনী ভিতৰ সোমাই আহিল। আকৌ এবাৰ তাই কোঠাটোৰ চুক-কোণবোৰ কুটুৰি কুটুৰি পৰীক্ষা কৰিব ধৰিলে। ক'ত বাৰু দিন ছুপৰতে ৰহস্যজনকভাৱে সাপটো সোমাই পৰিল? প্ৰাচীন কাঠবোৰৰ ফাকে ফাকে অসংখ্য বিন্ধা আছে। কিন্তু সেইবোৰত সোমাই পৰাৰ কোনো চিহ্ন নাই। কাৰণ সেইবোৰৰ আশেপাশে জেঠি ছুটামান অহা-যোৱা কৰি আছে। খিৰিকিখন মেলি দিয়াৰ লগে লগে ঘৰ-চিৰিকা কেইটামানে বেৰৰ মাটি কুটুৰিবলৈ ভিতৰ সোমাই আহিল।

মহন্তৰ হাতীৰ ডিঙিৰ ঘণ্টাৰ শব্দ শুনা গ'ল। হৰিদাস স্বামীৰ 'বাঁকে-বিহাৰী' প্ৰাপ্তিৰ শোভাযাত্ৰা ৰঙ্গজীৰ ৰথ গৃহৰ ওচৰ পাইছে। আথৰাৰ বাবাজী ছুটাই ক'লে পুৱাই সাপটো ওলাল—দিনটো বৰ মঙ্গলৰ দিন নহয়। কথাষাৰে বাৰে বাৰে সৌদামিনীক আঘাত কৰিব ধৰিলে।

ছুপৰীয়া চিকিৎসালয়ত আজি এক অভাৱনীয় নীৰৱতাই বিৰাজ কৰিব ধৰিলে। আথৰাৰ আধা ভাগ মানুহেই মৰা পুৰি উভতি অহা নাই। সৌদামিনীয়ে ভাবিলে মৃত্যু ইয়াত যেন দ্ৰুতগামী। অনেক চিনাকি মুখ এই অলপ সময়ৰ ভিতৰত অন্তৰ্ধান হৈ পৰিছে···মৃত্যু আৰু জীৱনে ব্ৰজৰ আশে-পাশে যেন হাতত ধৰাধৰিকৈ দিন অতিবাহিত কৰে।

লাহে লাহে তাই অনুভৱ কৰি আহিছে তাইৰ স্নেহময়ী মাতৃৰো জীৱন বন্তি শেষ হৈ আহিছে।·ঠিক সেই সময়লৈ তাই ঠিক এইদৰে থাকিব পাৰিবনে? ঠিক এইদৰেই? কোনোবাই যেন তাইৰ কাণৰ কাষত আহি প্ৰতি দিনাই স্মৰণ কৰাই দিছেহি: সময় নাই। এৰা এই ৰাতিপুৱাই অনেক অমঙ্গলীয়া চিন্তা আহিছে মৰা পুৰিব যোৱা সমদলটোৰ লগত ৰাধেশ্যামীহঁতো গৈছে তায়ো যাব পাৰিলেহেঁতেন।···কি কৰিব এতিয়া তাই? অনুপমাক

আলপৈচান ধৰিব অহা লিগিৰীজনীক সহায় কৰিব নেকি? কিন্তু অনুপমাৰ ওচৰত বেছি সময় থকা অসম্ভৱ কথা।

ধীৰ সমীৰ ঘাটলৈ উদ্দেশ্য কৰি তাই আগবাঢ়িল।

ঘাটৰ চিৰিৰ ওচৰত থিয় হৈ তাই চাৰিওফালে ডিঙি মেলি চালে। নাই এইপিনে ডাক্তৰ চৌধুৰীহঁতে মৰা পুৰিব অহা নাই। হঠাৎ সৌদামিনীৰ চকুত পৰিল দূৰৈৰ সৌ মৌ ডিমৰুৰ তলত সাপ ধৰা মানুহটো বহি আছে। তাইৰ মনত পৰিল এৰা আথৰাৰ বাবাজী কেইটাই কৈছিল ৰাতিপুৱাই সাপটো ওলোৱা মঙ্গলৰ কথা হোৱা নাই। সুদীৰ্ঘকাল সাপটোৰ লগত একেলগে একেটা কোঠাতে থাকি তাক তাইৰ চিনাকিৰ দৰেই লাগিছিল। এৰা প্ৰথমদিনা যেতিয়া কোনোবাই মোটা জৰি এডাল টানি নিয়াৰ দৰে শব্দ এটা তাই শুনা পাইছিল তাইৰ বুজিব বাকী নাছিল সাপটোৰ নিশা ভ্ৰমণ আৰম্ভ হৈছে। এক মন্ত্ৰশক্তিয়ে যেন তাইৰ কণ্ঠক ৰুদ্ধ কৰি ৰাখিলে।

মৌ ডিমৰুৰ তলত সাপ ধৰা মানুহটোৰ পাগুৰীটো উঠা-নমা কৰা দেখা গ'ল।

মন্ত্ৰমুগ্ধ হোৱাৰ দৰে তাই মানুহটোৰ ওচৰলৈ আগবাঢ়ি গ'ল। মানুহটোৱে মৰা সাপটোৰ ছাল এখন এৰুৱাই আছে। ছাল নোহোৱা সাপটোৰ দেহ আঁৰি মাছৰ দেহৰ দৰে ওলমি পৰিছে। কোনোবাই যেন তাইৰ দেহত চাবুকৰ কোব বহুৱাই দিলে। ক'ৰ সাপ এইটো? ক'ৰ সাপ?

মানুহটোৰ মুখলৈ চাই তাই আৰ্তনাদ কৰি উঠিল: ক'ত মাৰিলা সাপটো?

সি তাইৰ মুখলৈ মূৰ তুলি চালে—কিন্তু কোনো উত্তৰ নিদিলে।

: মই চিনি পাইছো—এইটো দশৰথ আথৰাৰ বুঢ়া সাপ। গোক্ষুৰ সাপ!

এইবাৰ মানুহটোৱে মূৰ দুপিয়ালে আৰু হঠাৎ উৎফুল্ল হৈ উঠিল: চোৱা সাধাৰণতে ব্ৰজত এনে পৰিষ্কাৰ ছাল পোৱা নেযায়। সোণৰ ছালত ৰূপৰ বুটা।

বাল সূৰ্যৰ স্বচ্ছ পোহৰ যমুনাৰ বালিত আচাৰ খাই পৰিলহি। এখোজ দুখোজকৈ তাই আগবাঢ়ি গ'ল তম্বু আৰু ছত্ৰৰ অভিমুখে। যমুনাৰ ৰুক্ষ শীতল বালিৰ ওপৰত আকৌ এবাৰ তাই একক আৰু নিসঙ্গ হৈ পৰিল। উটৰ ছালৰ বৰণ লোৱা তম্বুৰ পৰা ভাহি আহিল এক অনন্য কণ্ঠস্বৰ—

—"হে মধুভাষী দূত উদ্ধৱ, তুমি আমাক চকু মুদিবলৈ ক'লা—আমাৰ সেই নয়ন য'ত শ্ৰীহৰিৰ মূৰ্তি অহৰহ বিৰাজিত। তুমি আমাক কৰ্ণ বেধ কৰি জটাধাৰণ কৰিবলৈ উপদেশ দিলা কিন্তু তোমাৰ উপদেশ— চন্দন ত্যাগ কৰি অংগত ভস্ম বিলোপন। তুমি নেজানানে আমি গৰল স্বৰূপ বিৰহ অনলত অহৰহ দহিছো। যি সকল অন্বেষী যোগীয়ে দেশে দেশে ভ্ৰমণ কৰে তেওঁলোক আমাৰ নিচেই ওচৰতেই আছে। এটি মুহূৰ্তলৈকে তেওঁলোকৰ সৈতে আমাৰ বিচ্ছেদ নাই। যেন বৃক্ষ আৰু তাৰ ছায়া।"

গীতটিয়ে তাইৰ অন্তঃকৰণ স্পৰ্শ কৰিলে। ক'ব নোৱাৰাকৈয়ে তাইৰ দুয়ো নয়ন ভৰি আহিল। আকৌ এবাৰ কোনোবাই যেন তাইৰ কাণে কাণে ক'লে সময় নাই। সময় নাই।

সুব্ৰত, তাইৰ স্বামীৰ মুখ এতিয়া স্মৃতিৰ মণিকোঠাত বিবৰ্ণ আৰু নিষ্প্ৰভ হৈ পৰিছে। এক নতুন সূৰ্যৰ দৰে ভাস্বৰ হৈ উঠিছে এখন মুখ, তাইৰ সমস্ত ভাবনা তাইৰ সমস্ত চিন্তা ধাৱিত হৈ পৰিছে— সেই এটি উৎসক উদ্দেশ্য কৰি। এই পৰম পবিত্ৰ যমুনাৰ বালিত বহি কাৰোবাৰ হৈছে নে এনে অৱস্থা? সেই অলেখ মণি-মাণিক্যখচিত কথা কাৰোবাৰ জীৱনত ঠিক এনেদৰে ধূলিৰে ধূসৰিত হৈ পৰিছেনে?

ব্ৰজৰ মানুহে ইতিমধ্যে কোৱা-মেলা কৰিছে এদিন সি আহি ওলাব। এৰা এদিন সি আহি ওলাব।

আবেলি এটা সময়ত তাই একেখিনি ঠাইত বহিলহি। মাজতে ৰাধেশ্যামী এগৰাকী তাইৰ ওচৰত বহিছিলহি। তমালৰ ঠোঙাত অনা মুৰলীধৰৰ প্ৰসাদ তাইৰ সৈতে ভাগ কৰি খাইছিল।

আৰু এটা সময়ত তাই উঠি গৈছিল। আকৌ এবাৰ তাই সেই শীতল নিঃসঙ্গতাৰ বুকুত কুচি-মুচি বহি পৰিছিল।

ভূতগলিৰ ওচৰত হঠাৎ তাই দেখিলে কিছুমান মানুহ আগবাঢ়ি আহিছে। হতবুদ্ধি হৈ কিছু সময় তাই একেখিনি ঠাইত থিয় হৈ ৰ'ল।

সিহঁতৰ স্খলিত কণ্ঠ শুনা গ'ল।

ঃ পলা পলা সিহঁত ৰাধেশ্যামীহঁতৰ ওপৰত জপিয়াই পৰিছে। বুঢ়ী ৰাধেশ্যামীক সিহঁতে গাভৰু তিৰোতাক উচ্ছন্ন কৰাৰ দৰে টানি নিছে। গাভৰু নাপাই চাল্লাহঁতে বুঢ়ীবোৰকে টানি নিবলৈ আৰম্ভ কৰিছে।

ঃ চাল্লা চোঁৰৰৰ বাচ্চাহঁত—ৰাক্ষসহঁত। পোক লাগক—পোক লাগক তহঁতৰ মুখত।

সৌদামিনীয়ে কাপোৰৰ আঁচলেৰে মুখখন ঢাকি ললে। এইদৰে কিছু দূৰ আগবাঢ়ি আহি তাই দেখিলে ভূতগলিৰ ওচৰত এজনী ৰাধেশ্যামী পৰি আছে। নিচেই ওচৰলৈ আহি সৌদামিনীয়ে গম পালে 'ৰাধেশ্যামী' গৰাকী নগ্ন হৈ পৰি আছে। বিজুলী বস্তিৰ অনুজ্জ্বল পোহৰত তাইৰ চকুত পৰিল বৃদ্ধাৰ এখন হাত স্তনৰ ওপৰত আছে আনখন হাতে কঁকালৰ তলত কিবা খেপিয়াব চেষ্টা কৰিছে।

নাই নাই সময় নাই—যি কোনো মুহূৰ্তত সেই কুকুৰনেচীয়াৰ জাকটো এইপিনে আগবাঢ়ি আহিব পাৰে। অন্ধকাৰৰ বুকুৰেদি তাই লৰিব ধৰিলে।

ভগ্ন প্ৰাচীৰৰ সিপাৰৰ পৰা কোনোবা এটাই চিঞৰি উঠিল—

ঃ হেৰৌ পুৱাৰ পৰা সিহঁতে ধপাতৰ পাত সিজাই চন্দনৰ দৰে মিহি কৰি বটিছে···সিহঁতৰ আক্ৰোশ সংযোগী হৈ যুগল উপাসনা কৰা বিধৱাবোৰৰ প্ৰতিহে।

ঃ কালি 'নেৰানেৰী' অনুষ্ঠানৰ কথা মনত নাই··সংযোগী বিধৱাৰ মুখত কাপোৰ বান্ধি দিয়া সত্ত্বেও ব্যভিচাৰী পণ্ডিতে সিহঁতক চৰণ চাই বিচাৰি উলিয়াইছে।

ঃ এৰা ধৰ্মৰ নামত স্ত্ৰীৰ সংশ্ৰয়ৰ এই বীভৎস কাণ্ড আৰু কিমান দিনলৈ থাকিব ?

নাই নাই আৰু সময় নাই যি কোনো মুহূৰ্তত সেই আক্ৰোহা কুকুৰনেচীয়াৰ জাক তাইৰ ওপৰত জপিয়াই পৰিব পাৰে। ··তাই লৰিব ধৰিলে—সেই অন্ধকাৰৰ বুকুত এক অনন্য শক্তি সংগ্ৰহ কৰি তাই লৰিব ধৰিলে।

## ॥ ষোল ॥

শ্ৰীৰঙ্গজীৰ ৰথযাত্ৰাৰ উৎসৱ আহিল। কেলিকদমৰ তলত ৰৰষুণৰ কণিকাৰ দৰে পানীৰ কণিকা সৰি পৰিব ধৰিলে। ৰঙ্গজীৰ বাগিচাত চামেলি ফুলৰ শোভা বৃদ্ধি পাব ধৰিলে।

ৰথ গৃহৰ দুৱাৰ বহুদিন আগতেই মেল খাইছিল। সকলো সময়তে মিস্ত্ৰি আৰু কাৰিকৰবোৰৰ ঠাং ঠুং শব্দ শুনা গৈছিল। ৰথ সাজু হ'ল। পেচকাৰ, 'ব্ৰাহ্মণ ৰান্ধনি' ছত্ৰধাৰী ভোমভাড়া আদায় কৰা 'কাৰিগু' সকলোৰে থৰকাছুটি হেৰাল। 'লুটুৰিয়া হনুমান' আটিল্লা চৌকি, আনকি মাজে সময়ে মথুৰা জংশ্যনৰ দুই-এটি চতুৰ পাণ্ডাই আহি মন্দিৰৰ আশে পাশে যাত্ৰীৰ খবৰ লৈ গৈছে।

এখন দুখনকৈ মন্দিৰৰ প্ৰাঙ্গণত দোকান-হাট বহিব ধৰিলে। টাঙ্গা আৰু যাত্ৰীৰ ভিৰত 'চুঙ্গি' আৰু গোপীনাথ বজাৰৰ আলিত খোজ কাঢ়ি যোৱাই অসম্ভৱ হৈ পৰিল। বিচাৰছত্ৰীত অহৰহ চালি ধৰি থকা ময়ূৰৰ জাকটোৱে এতিয়া ৰাধাবাৰ্গৰ অৰ্জুন গছৰ ছায়াত আশ্ৰয় ললেগৈ।

আশী মোন ওজনৰ চন্দন কাঠৰ ৰথ আৰু ইয়াৰ সুবৃহৎ চকৰি। ভাব হয় এয়াই কুবেৰৰ চৈত্ৰ ৰথ। ভাব হয় ব্ৰজৰ আলিয়ে এই ভাৰ কোনো মতেই সহ্য কৰিব নোৱাৰিব। · ৰঙ্গজীৰ মহাৰথ, পুৱাৰ পৰা মানুহ ঠাহ খাই পৰিল। নন্দীগ্ৰাম, বৰসানা, উত্তৰ কাশী, আনকি সুদূৰ অযোধ্যাৰ পৰা অহা ভক্তৰ দল ভৰি পৰিল ৰঙ্গজীৰ প্ৰাঙ্গন

আৰু 'চুঙ্গিৰ' অলিয়ে-গলিয়ে। ৰঙ্গজীৰ মহাৰথৰ জৰি টানিবলৈ গোৱাৰ আক্রোশে সকলোৰে হৃদয় তোলপাৰ কৰি থৈছে।

জয় ৰঙ্গজী মহাপ্রভুৰ জয়! জয় ৰঙ্গজী মহাপ্রভুৰ জয় !!

পল, দণ্ড নির্ভুল হিচাপৰ মূৰত ৰঙ্গজীৰ বৃহৎ ৰথ, 'ৰথ গৃহৰ' পৰা বাহিৰ ওলাই আহিল।

'নৰবলি' আৰম্ভ হ'ল। (চকাৰ তলত এসেৰ এসেৰ চাউল সিদ্ধ কৰি বৃত্তাকাৰে সজাই দিয়াই হৈছে নৰবলি) যমুনাৰ কল্লোলৰ দৰে শব্দ কৰি ৰথ চলাৰ লগে লগে ঘণ্টাবোৰ বাজি উঠিব ধৰিলে। ৰথৰ শিৰী আৰু গন্ধৰ্বৰ বুকুত আজি যেন মানুহৰ তেজ দগমগাব ধৰিলে। অথচ কাঠৰ এই মহিলা কেইগৰাকী সৌ সিদিনালৈ জৰাজীৰ্ণ শোথ ৰোগগ্রস্ত বৃদ্ধাৰ দৰে পৰি আছিল। এতিয়া সিহঁতৰ ডিঙিত চামেলিৰ মালা নাকত 'নথ' কাণত কুণ্ডল আৰু শৰীৰত নেত পট। এৰা মানুহ ঠিকেই কয়ঃ

ৰঙ্গজীৰ দৰে ভোগ ব্রজত আৰু ক'তো পাবলৈ নাই। গোপেশ্বৰ যমুনাৰ পানীৰে অহৰহ তিতি থাকে। বিহাৰীজী নিদ্রাতুৰ পুৱা দহ বজাৰ পৰা বাৰ বজালৈ, সন্ধ্যা ছয় বজাৰ পৰা ৰাতি ন বজালৈ তেওঁ বিশ্রাম কৰে। আৰু গোবিন্দজীৰ দৰে ধনাঢ্য ৰজা নাই।

'বুৰুজৰ' পৰা অহা তোপধ্বনি শুনা গ'ল। প্রচণ্ড ৰথে 'ৰঙ্গজী মহাৰাজক' বুকুত লৈ আগবাঢ়িব ধৰিলে। অর্জুন গছৰ পুৰঠ ঠানিৰ দৰে লগা মোটা মোটা ৰচিবোৰ টানিবলৈ মানুহে খোৱা-কামোৰা লগালে। চুঙ্গীত পল্টনে সেই প্রচণ্ড চকা কেইটাৰ পৰা মানুহক ৰক্ষা কৰিবলৈ দাণ্ডা লৈ শাৰী পাতিলহি।

ৰঙ্গজীৰ মহাৰথ আগবাঢ়িল। মাজে মাজে ফানি কাঠেৰে ৰথ ৰখাই মানুহক নিশ্বাস লোৱাৰ সুবিধা উলিয়াই দিয়া হ'ল। নাই মানুহৰ নিশ্বাসত আৰু কষ্ট নাই। এয়া যে হাজাৰ হাজাৰ মানুহ। দুৰ্বল ৰাধেশ্যামী আইসকলে আজি ৰঙ্গজীৰ ৰথৰ শিকলি টানিবলৈ পাই যেন প্রচণ্ড শক্তিশালী হৈ উঠিছে। দৰকাৰ নাই, দৰকাৰ

নাই "চুঙ্গিব পল্টনক। দুই এগৰাকীয়ে চুঙ্গিব পল্টনৰ মুখলৈও চামেলিৰ পাহি আৰু পানী ছটিয়াবলৈ ধৰিলে।

যোৱা এসপ্তাহ ধৰি ৰঙ্গজীত ভিৰ হৈছে। সঁচা ৰঙ্গজীয়ে সোণৰ গৰুড় বাহনত যোৱাখ দিনা, বা ৰূপৰ শেষ নাগ বাহনত যোৱাৰ দিনা নাইবা চীৰহৰণৰ দৃশ্যেৰে খোদিত কেলি কদমৰ আসনত ব্ৰজ পৰিক্ৰমা কৰি বাগিচা বিহাৰলৈ যোৱাৰ দিনাও মানুহৰ এই ভিৰ হৈছিল। কিন্তু এসাজ খাই এসাজ খাব নোপোৱা ৰাধেশ্যামীহঁতে এই প্ৰচণ্ড ৰথ টনাৰ শক্তি ক'ত পালে? এৰা একমাত্ৰ ধৰ্মই এনে এক শক্তিৰ জন্ম দিব পাৰে। ধৰ্মই নেকি এই শক্তি।

গোপীনাথ বজাৰ এইমুহূৰ্তত মৰিশালিৰ দৰে হৈ পৰিল। আনকি বিহাৰী কুঞ্জৰ চিৰিৰ দাঁতিত তুলসীৰ কণ্ঠিমালাৰ দোকান দিয়া বেপাৰীটোৱেও আজি দোকান-পোহাৰ সামৰি ৰথযাত্ৰা চাবলৈ উঠি গ'ল।

অনেক সময় ঠাকুৰ চাহাবে অকলশৰীয়া চিৰি এটাত বহি আছিল। 'ৰাধেশ্যামী' দুগৰাকীয়ে তেওঁক নমাই থৈ গ'ল। আজি এই পৰম পবিত্ৰ দিনত সিহঁতে বুঢ়াটোৰ অনুৰোধ পেলাব নোৱাৰিলে। অন্ধ ঠাকুৰ চাহাবে বাকচৰ পৰা খেপিয়াই খেপিয়াই তেওঁৰ পুৰণি 'যোধপুৰী' এটা উলিয়াই লৈছিল। এৰা এসময়ত এই গলবন্ধ যোধপুৰীটি তেওঁৰ অত্যন্ত প্ৰিয় আছিল। আৰু আজি 'ৰথ-যাত্ৰাৰ; এই মহান মুহূৰ্তত 'ৰাধেশ্যামী' কেইগৰাকীয়ে তেওঁক কোটটি পিন্ধাই দিবলৈ কুণ্ঠাবোধ নকৰিলে।

: এহ একেবাৰে ঢিলা হৈ গৈছে কোটটো। ভালুকৰ সাঙী যেনহে দেখা গৈছে চাহাব?

: এৰা আগেয়ে বুকুৰ 'পাট্টা' চল্লিশ ইঞ্চি আছিল।

ঢেকঢেকাই হাঁহিব ধৰিলে ঠাকুৰ চাহাবে। অনেক দিনৰ মূৰত আজিহে তেওঁক এনেদৰে প্ৰাণখুলি হঁহা দেখা গ'ল।

: চাহাব তুমি যে ৰথ চাব যাব ওলাইছা—কোনে তোমাক নিব? আজি সকলোৱে ৰচি টানিব ৰঙ্গজী মহাপ্ৰভুক টানি নিবলৈ।

সকলোৱে কঢ়া-আঁজোৱা কৰিব—কোনে তোমাক ধৰি থাকিব ? এই প্ৰশ্নৰ উত্তৰ ঠাকুৰ চাহাবে নিদিলে। এই প্ৰাচীন যোধপুৰীটিলৈ চাই তেওঁ আপোন মনে এটি শ্লোক আওৰাব ধৰিলে :

'বলিভিমু'খমাক্ৰান্ত : পলিতৈৰঙ্কিতং শিৰঃ।

গত্ৰাণি শিথিলায়ন্তে তৃষ্ণৈকা তৰুণায়তে।

( মুখত বয়সৰ ৰেখা দেখা দিছে—চুলি ক'লা হৈ গৈছে, অঙ্গ শিথিল হৈ পৰিছে—মাথো তৃষ্ণাহে তৰুণ হৈ যাব ধৰিছে। )

ৰাধেশ্যামী কেইগৰাকীয়ে মুগ্ধ হৈ তেওঁৰ মুখৰ পিনে চাই ৰ'ল। তেওঁ যেন কিছু উৎসাহিত হৈ পৰিল। আকৌ তেওঁ গুণগুণাই আওৰাব ধৰিলে :

"নবীন দীনভাৱস্য যাচমানস্য মানিনঃ।

বচোজীবিতয়ো ৰসীৎ পুৰোণিঃ সৰণে ৰণ :॥

( যশস্বী মানী লোক যেতিয়া দৰিদ্ৰ হৈ ভিক্ষাৰ পাত্ৰ লৈ আগবাঢ়ে, তেতিয়া তেওঁৰ বাক্য আৰু প্ৰাণৰ মাজত দ্বন্দ্ব বাধে, কোনে আগে বাহিৰ হৈ যাব পাৰে )।

এগৰাকী ৰাধেশ্যামীয়ে আৰ্তনাদ কৰি উঠিল : আহা আজি তোমাৰ দৃষ্টিশক্তি থকাহেঁতেন ৰঙ্গজীৰ এই মহাৰথযাত্ৰা প্ৰাণভৰি উপভোগ কৰিব পাৰিলাহেঁতেন।

: ওঁহো দৃষ্টিশক্তিৰ প্ৰয়োজন নাই এয়া মোৰ শ্ৰৱণশক্তি আছে। মই ৰথৰ চকাৰ ঘৰ ঘৰ শব্দ শুনা পাইছো ৰথৰ ঘণ্টাবোৰৰ মধুৰ ধ্বনি পাইছো···মুকলীধৰৰ হাঁহিৰ হিল্লোল শুনা পাইছো।

তাৰ পিচত 'ৰাধেশ্যামী' কেইগৰাকীৰ পিনে আঙুলি টোঁৱাই তেওঁ চিঞৰি উঠিল : মই মথুৰা অধিপতিৰ পদধ্বনি আজি শুনা পাইছো বিশ্বাস কৰ তহঁতে, মই মথুৰা অধিপতিৰ পদধ্বনি শুনা পাইছো !!·· আনন্দত উন্মত্ত হৈ উঠিল ঠাকুৰ চাহাব।

ইতিমধ্যে ৰাধেশ্যামীহঁত অধৈৰ্য হৈ পৰিছিল। এৰা ৰথ গৈ চাগে 'চুঙ্গিৰ' ওচৰ পাইছেগৈ।

: বুঢ়া চাহাব মানুহৰ ভিৰত যদি পেটেকা নেলাগে সোঁ তকৰা

কদমৰ তলত তোমাক থৈ যাব পাৰো।···আমি কিন্তু তোমাক ৰখি থাকিব নোৱাৰো, সোঁৱা কলা কাঠৰ শব্দ শুনা গৈছে—চানাইৰো শব্দ শুনা গৈছে।

ঃ নেলাগে আইহঁত তহঁত আগবাঢ়। মোক নিবলৈ আহিব। অহা মানুহ আছে।

ঃ কোন আহিব? মুৰুলীধৰ নেকি?

গোটেই জাকে আকৌ এবাৰ ঢেকঢেকাই হাঁহিব ধৰিলে।

নাই আৰু সময় নাই। সিহঁতে গোপীনাথ বজাৰেদি লৰিব ধৰিলে। আজি ধোঁৱাই পানী খোৱা চৌবাচ্চাৰ ওচৰত তৰকাৰিৰ বেপাৰীটোৱে আধা বস্তা পচা আলু পেলাই থৈ গৈছে। আন দিনা হোৱা হ'লে গোটেই জাক 'ৰাধেশ্যামী' তাত উবুৰি হৈ পৰিলহেঁতেন। আজি সময় নাই।

বিহাৰীজীৰ সেই কেলেঙ্কাৰীৰ কাগজবোৰৰ দৰে আজি মুৰলীধৰকে আদি কৰি কেইবাটাও মন্দিৰৰ কেলেঙ্কাৰীৰ কাগজ কিছুমান উৰি ফুৰিছে। নাই, সেইবোৰ পঢ়ি চাবলৈও কাৰো সময় নাই।

লাখুটিত খামুচি ধৰি বহু সময় ঠাকুৰ চাহাবে সেই এদিনৰ অচিনাকি বন্ধুটিৰ বাবে অপেক্ষা কৰি ৰ'ল।·ইতিমধ্যে মানুহৰ হাঁহি-উৰুমি ৰথৰ চকাৰ ঘেৰঘেৰণি কিছু দূৰলৈ যেন আঁতৰি গৈছে।

অধৈৰ্য হৈ পৰিল ঠাকুৰ চাহাব। এই খণ্ড একেবাৰে 'মৰিশালিৰ দৰে নীৰৱ হৈ পৰিছে। নিধুবনৰ দৈনিক পৰিক্ৰমা দিয়া ব্ৰাহ্মণ বালকটিয়ে তাল বজাই বজাই এইমাত্ৰ পাৰ হৈ গ'ল।

পাহৰিলে নেকি?—কোমল বয়সীয়া ল'ৰা পাহৰা একো আচৰিত কথা নহয়।

অন্ধকাৰৰ গহ্বৰলৈ ঠাকুৰ চাহাবৰ মন কুৰুকি কুৰুকি সোমাই পৰিল। এৰা, সময়ো নিষ্ঠুৰ হয়, ছলনাময়ী হয়। বাতাৱৰণেও চৰিত্ৰলৈ মাজে সময়ে নিষ্ঠুৰতা আনে। নহ'লে মৃণালিনীয়ে এতিয়াৰ পৰা এই বৃদ্ধা ৰাধেশ্যামীহঁতৰ দৰে আক্ৰোহী হৈ 'ঔদ্ধ দেহিকৰ'

ৰাবে হাহাকাৰ নকৰিলেহেঁতেন।·· কিন্তু এয়া জানো সঁচাকৈয়ে নিষ্ঠুৰতা? সুদূৰত আকৌ ৰথৰ ঘণ্টাৰ শব্দ শুনা গ'ল। এই মধুৰ ধ্বনিয়ে যেন তেওঁৰ কাণৰ ওচৰলৈ আহি কৈ গ'ল: উপকাৰ কৰিবৰ যদি কিবা সুবিধা পোৱা জীৱনৰ শেষ মুহূৰ্ত্তটিৰো উপভোগ কৰা··· একোটি শব্দ, একোটি সুগন্ধ সকলোৱে আজিকালি মণিমাণিক্য-খচিত কথা কিছুমান তেওঁৰ কাণৰ ওচৰত গুণগুণাই থাকেহি।

এয়া ফলা কাঠেৰে ৰথ ৰখাৰ শব্দ শুনা গৈছে···গোটেইবোৰ ঘণ্টাই একেলগে শব্দ কৰি উঠিল। লগে লগে ঠাকুৰ চাহাব অধৈৰ্য হৈ পৰিল। কিন্তু এই সময়তে গোপীনাথ বজাৰৰ এই অনন্য নীৰৱতা ভঙ্গ কৰি এযোৰ জোতাৰ শব্দ শুনা গ'ল।

উৎকৰ্ণ হৈ ঠাকুৰ চাহাবে লাঠিডাল খামুচি ধৰিলে।

: আহক। উঠক।

: আহিলা? মই জানো তুমি আহিবা। ধৰা, এইখিনিতে ধৰা।

গোপীনাথ বজাৰৰ নিৰ্জন আলিৰে দুয়ো আগবাঢ়িল। কিশোৰ আৰু এই অন্ধ বৃদ্ধৰ এইদৰে আগবাঢ়ি যোৱা দৃশ্যটো সঁচাকৈয়ে বৰ মনোহৰ দেখা গ'ল।

ৰঙ্গজীৰ মহাৰথ চুঙ্গিৰ ওচৰ পাইছে। ৰথৰ সেই প্ৰচণ্ড চকা কেইটা ইতিমধ্যে যেন মানুহৰ সমুদ্ৰত ডুব গৈ আছে।

: আপুনি কঁপিছে, ধৰক মোক ভালদৰে ধৰক। একেবাৰে ওচৰলৈ যাব নে এইখিনিতে থিয় হৈ চাব—এই ঢাপটোৰ ওপৰত?

আৰ্ত্তনাদ কৰি উঠিল ঠাকুৰ চাহাবে: একেবাৰে ওচৰলৈ নিয়া মই যাতে চন্দন কাঠৰ ৰথক হাতেৰে স্পৰ্শ কৰিব পাৰো।

কিছু সময় ল'ৰাটি মৌন হৈ ৰ'ল।

: অ' তুমি হবপায় সেই জনসমুদ্ৰলৈ মোক লৈ যাবলৈ ভয় কৰিছা। বলা সোনকালে আগবাঢ়া মানুহে কয় ৰথ 'চুঙ্গিৰ' কৈঁকুৰি পাৰ হৈ বাগানমুৱা হ'লে মানুহৰ ভিৰ আৰু বাঢ়িব।

দুয়ো আগবাঢ়িব ধৰিলে। এয়া ৰথ ৰৈ আছে। বৃন্দাবনৰ

পাঁচ হাজাৰ মন্দিৰৰ পৰা অহা চামেলি আৰু গোলাপৰ মালা পিন্ধোৱা পৰ্ব আৰম্ভ হৈছে।

ছুয়ো আগবাঢ়িল। হঠাৎ যেন ঠাকুৰ চাহাবে শৰীৰত অপৰ্যাপ্ত শক্তি সংগ্ৰহ কৰি ললে। 'ৰাধেশ্যামীইতে' নিজৰ কঙ্কালসাৰ দেহতো ৰথৰ গধুৰ ৰচি টানিব পোৱা শক্তিৰ দৰে ঠাকুৰ চাহাবেও এই জনসমুদ্ৰৰ ঠেলা-হেঁচাক ভ্ৰূক্ষেপ নকৰি ল'ৰাটিৰ হাতত ধৰি ভিৰৰ মাজত সোমাই পৰিল। ঠেলা-হেঁচাত কেইবাবাৰো তেওঁ লুটি খাই পৰিল। পিন্ধি থকা প্ৰাচীন যোধপুৰীটি গাৰ পৰা একেবাৰে খুলি পৰাৰ উপক্ৰম হ'ল। তেওঁ কিন্তু খামোচ মাৰি ধৰি ৰ'ল— মাকে বুকুৰ সন্তানক ৰক্ষা কৰাৰ দৰে। আৰু আগবাঢ়িল আৰু আগবাঢ়িল ছুয়ো। এয়া, এয়া ধূপৰ ধোঁৱা তেওঁৰ নাকত লাগিছেহি। চামেলিৰ গন্ধই বায়ুমণ্ডল অভিভূত কৰি তুলিছে।

স্পৰ্শ কৰা, উবুৰি হৈ পৰা, জনম সাৰ্থক কৰা এই পবিত্ৰ মহাৰথ। আগবাঢ়া! আগবাঢ়া!! হে অমৃতৰ পুত্ৰসকল আগবাঢ়া!!!

আকৌ চলিবলৈ আৰম্ভ কৰিলে। এই প্ৰচণ্ড ৰথৰ ঘণ্টা বাজিল। মানুহবোৰে আস্ফালন কৰি যেন ছুয়োৰে বুকুৰ ওপৰেৰে পাৰ হৈ যাব ধৰিলে।

ঃ আহক এতিয়া উভতি যাওঁ···সোৱা সোঁ ভয় লগা ভিৰ এটা ধুমুহাৰ দৰে এইপিনে আগবাঢ়ি আহিছে ··

···কিন্তু এয়া কি হ'ল? এয়া কি হ'ল ঠাকুৰ চাহাবৰ ··তেওঁ কাঁড় এপাটে যোৱাৰ দৰে সেই প্ৰচণ্ড চকাটোৰ অভিমুখে লৰি যাব ধৰিলে।

ধৰা! ধৰা!! ধৰা!!

কিন্তু কোনে ধৰিব? এয়া ঠাকুৰ চাহাবে শৰীৰত প্ৰচণ্ড শক্তি আহৰণ কৰি চকাটিক উদ্দেশ্য কৰি লৰি যাবলৈ আৰম্ভ কৰিছে।

ধৰা! ধৰা!!···সোৱা চকাৰ আগত জপিয়াই পৰিল তেওঁ··· ধৰা! ধৰা!!

ৰঙ্গজীৰ এই সুবৃহৎ ৰথৰ চকাৰ তলত জপিয়াই পৰিল অন্ধ ঠাকুৰ চাহাব।

*　　　　*　　　　*

চকাৰ তলৰ পৰা তেওঁৰ দেহ উলিয়াই অনাৰ সময়ত একমুহূর্ত সময় তেওঁ জীয়াই আছিল।··আৰু এই একমুহূর্ত সময় ৰথৰ পৰা দলিয়াই দিয়া চামেলিৰ মালাৰে তেওঁৰ দেহ ভৰি পৰিছিল। জীৱনত যি পবিত্র ফুলৰ পাহি তেওঁ হাতেৰে স্পর্শ কৰি পোৱা নাছিল—আজি এই মৃত্যুৰ মুহূর্তত এই মালা তেওঁ মূৰত লোৱাৰ চেষ্টা কৰিলে।··এই প্রচণ্ড হুলুস্থুলৰ মাজতো এক মর্মস্পর্শী আর্তনাদ ভাহি আহিল—

ঃ পবিত্র জীৱ আছিল বেচাৰা। ৰঙ্গনাথ মহাপ্রভুৰ পবিত্র চকা সাবটি ললে—দিয়া পানী দিয়া মুখত। পানী দিয়া। পানী দিয়া।

সময় নাই আৰু সময় নাই। মহাপ্রভুৰ ৰথ বাগিচা অভিমুখে যাবই লাগিব—এক মুহূর্ত অপব্যৱহাৰ মানেই দেশৰ অনিষ্ট, মানুহৰ মৃত্যু, মহামাৰী··ঠাকুৰ চাহাবৰ তেজৰ চিহ্ন লৈ ৰথৰ চকা আগবাঢ়িল।

## ॥ সোতৰ ॥

অনুপমাৰ অৱস্থায়ো লাহে লাহে বেয়াৰ পিনে ঢাল খাব ধৰিলে। আৰু ৰায়চৌধুৰী? তেওঁৰ সঞ্চিত অর্থপুঁজি লাহে লাহে শেষ হৈ আহিব ধৰিলে, ইমান সোনকালে এনে এক বৃহৎ অর্থৰ পুঁজি শেষ হৈ গ'ল অথচ এই আপোনভোলা মানুহটোৱে একো গম নেপালে। আগেয়ে হিচাপ-পত্র অনুপমাই ৰাখিছিল এতিয়া সেইবোৰৰ পিনে মূৰ তুলি চোৱাৰ অৱস্থা তেওঁৰ নাই।

চিকিৎসালয়ত বহি থকাৰ সময়ত চৌধুৰীয়ে শুনিছিল 'চুদ্দিৰ' সোঁহাতৰ অযোধ্যাগলিত মানুহ এটাই মৃত্যুৰ বাবে বাট চাইছে। তাৰ ডিঙিত কণ্ঠিমালাৰ বাহিৰে গাত সামান্যতম কাপোৰো নাই।

নাই, ডাঃ ৰায়চৌধুৰীয়ে আগৰ দৰে লৰি যাবলৈ আৰু উৎসাহ নাপালে।

আকৌ খবৰ আহে।

ঃ 'বনখণ্ডীৰ' মহাদেৱৰ থানত পৰি থকা মানুহটোৰ মুখত কোনেও এটোপা পানী দিয়া নাই আৰু সেই গছজোপা যি জোপা গছৰ তলত সি শুই আছে, তাত সেই পাখি ভঙা কুৎসিত শগুনটোৱে খোপনি পুতি বহিছেগৈ। অকল ভয় লগা কথা নহয়, দুখ লগাও কথা নহয়, এয়া যে লজ্জাৰ কথা। তথাপিও চৌধুৰীয়ে হৃদয়ত যেন শিলেই বান্ধি থলে।

অনুপমাক শুশ্ৰূষা কৰা 'ৰাধেশ্যামীয়ে' এদিন সৌদামিনীৰ ওচৰলৈ আহি ক'লেঃ তুমি মাৰাৰ লগত মুখামুখি নোহোৱা কিয়? ইচ্ছা কৰিলে তুমি আৰু কেইটামান দিন মানুহজনীক জীয়াই ৰাখিব পাৰিবা।

আকৌ এদিন সিহঁতে কৈছিলঃ তুমি পাৰিবা, মাথোঁ কেই-টিমান দিন নিজৰ আত্মাক উপবাসে ৰাখি এটি মহৎ কাম কৰিব নোৱাৰিবানে?

কথাখিনি কওঁতে, বৰ কুৎসিৎ হৈ পৰিছিল বৃদ্ধাৰ মুখমণ্ডল। শেষলৈ সিহঁতৰ কণ্ঠত তিৰস্কাৰৰ ধ্বনি ফুটি উঠা দেখি তাইৰ সহ্যৰ সীমা পাৰহৈ গৈছিল।

ঃ আৰু কেইটামান দিনহে, তাৰ পাচত পৃথিৱীৰ কোনো শক্তিয়ে মাৰাক আৰু ধৰি ৰাখিব নোৱাৰিব। তাৰ পাচত তোমাৰ য'লৈকে মন যায় তলৈকে যোৱা। খ্ৰীষ্টান, মুছলমান, শিখ, পাঞ্জাবী ··! অলপ সময় দিয়া ভক্তিমতী তিৰোতা কেইজনীমানৰ 'হাড়ত বন' গজিবলৈ মাত্ৰ অলপ সময় দিয়া তোমালোকে !!

কিছুদিনৰ পৰা ৰায়চৌধুৰীক বৰকৈয়ে হতাশ হোৱা দেখা গৈছে। তেওঁ যেন কুঁজা হৈ পৰিছে। চকুৰ দৃষ্টি অহৰহ তেওঁৰ ভৰিৰ জোতাৰ ওপৰত নিবদ্ধ থকাৰ দৰে দেখা যায়। আগেয়েও তেওঁ

ৰৰকৈ কথা নকৈছিল আৰু এতিয়া তেওঁ মানুহৰ মুখৰ পিনে চাবলৈও যেন কুণ্ঠাবোধ কৰিব ধৰিলে।

নাই নাই আৰু নোৱাৰি। এয়া সময়ে পাখি লগা কাঁড়ৰ দৰে গতি কৰিছে আৰু হয়তো তাইৰ অভিন্ন হৃদয়ৰ প্ৰেমিকটিও অহাৰ সময় হৈছে। বহুদিনেইতো অতিবাহিত হ'ল। কতবাৰ তেওঁ চাগে ৰঙ্গলীৰ দুৱাৰ মুখৰ পৰা উভতি গ'ল। সময়ে পাখি লগা কাঁড়ৰ দৰে গতি কৰিছে।

এৰা সময়ে—পাখি লগা কাঁড়ৰ দৰে গতি কৰিছে!

পুৱাৰ পৰা আকাশে টোকোৰা চৰাইৰ বাহৰ দৰে ৰৰণ লৈছিল। দুপৰীয়া ভালকৈয়ে এজাক আবতৰীয়া বৰষুণ আহিল। চাটিৰ ওপৰত পোৱালি লৈ খেলি থকা ময়ূৰীজনী সৌদামিনীৰ শোৱা কোঠাৰ ভিতৰ সোমাই আহিল। ময়ূৰীৰ গাৰ পাখি এতিয়া বিবৰ্ণ হৈ পৰিছে। তুঁহৰ দৰে বিবৰ্ণ পোৱালিটিক একেবাৰে হাঁহৰ পোৱালিৰ দৰে দেখা গৈছে।

দুপৰীয়াৰ এই বৰষুণ আৰু অন্ধকাৰে সৌদামিনীৰ মনৰ সেই ভয় লগা নিঃসংগতা আজি বঢ়াই তুলিলে।

ব্ৰজৰ এই দুহেজাৰ ৰাধেশ্যামীৰ প্ৰত্যেক গৰাকীকে এজনী এজনীকৈ মাতি আনি আজিৰ এই মুহূৰ্তত তাইৰ প্ৰশ্ন কৰাৰ ইচ্ছা হ'ল : তোমালোকৰো ঠিক এনে এটা অৱস্থা হৈছিলনে? ঠিক এনেকুৱা?

বৰষুণ কমাৰ পাছতো আকাশ গোমা হৈ থাকিল। চেষ্টা কৰিব নেকি আকৌ এবাৰ? অনেকেই কৃতকাৰ্য হৈছে, অনেক মণি-মাণিক্যখচিত কাহিনী বিচ্ছুৰিত হৈ পৰি আছে তাইৰ প্ৰেৰণাৰ বাবে। ত্যাগৰ এই কাহিনী ব্ৰজৰ মানুহৰ মুখত অমৰ হৈ পৰিছে।

ময়ূৰীৰ পোৱালিটিয়ে চি-চিঁয়াই উঠিল। এই সময়ত বিবৰ্ণ ময়ূৰীজনীক অত্যন্ত কুৎসিৎ দেখা গ'ল।

মানুহে কয় চেষ্টা আৰু সময়ে অনেক পৰিবৰ্তন আনিব পাৰে।

চিন্তাশক্তিৰ গতি অন্য দিশেৰে ধাৱিত হৈ পৰে। তাই বাৰু পাপী নেকি? এয়ে নেকি পাপ? নাই নাই পাপ-পুণ্যৰ এই ৰহস্যময় কথাবোৰে ক'তো কোনো দিনতে তাইৰ অন্তঃকৰণ স্পৰ্শ কৰা নাই। অসতী তিৰোতা তাই। জীৱনত সকলো হেৰুৱাইও আকৌ তাই সেই সৰ্বনাশী প্ৰেমৰ ওচৰত আত্মসমৰ্পণ কৰিব খোজে আৰু তাইৰ এই প্ৰেম এটি সন্ধিক্ষণ আৰু অভিজ্ঞতাৰ দ্বাৰাবদলিত থিয় হৈ মৃত্যু আৰু জীৱনৰ সৈতে এয়া যেন একপ্ৰকাৰ মুখামুখিকৈ সাঙোৰ খাই আছে। ব্ৰজৰ এই পবিত্ৰ ভূমিত বাস কৰি কোনোবাই নিজৰ মৃত স্বামীৰ স্মৃতি স্বইচ্ছাৰে ঠিক এনেদৰে বিবৰ্ণ কৰি তোলা দেখিছেনে? এজনী আদবয়সীয়া 'ৰাধেশ্যামীক' গোপেশ্বৰৰ শালেগ্ৰামত দুগ্ধ ঢালি উঠি বেল গছ এজোপা প্ৰদক্ষিণ কৰাৰ সময়ত তাই লগ পাইছিল। এই গৰাকী ৰাধেশ্যামীকেই ভজন আশ্ৰম, সত্ৰ আৰু যমুনা স্নানৰ সময়ত অনেকবাৰ তাই লগ পাইছিল। একাষৰীয়াকৈ তাইক, মাতি আনি তাইৰ চকুত চকু থৈ তাই সুধিছিল: তোমাৰ স্বামীৰ স্মৃতি মনৰ পৰা মচ খাই যাব নোৱাৰে সত্য কথা। কিন্তু সঁচাকৈয়ে কোৱা এয়া অনেক বছৰ পাৰ হৈ গ'ল তেওঁৰ স্মৃতিক তুমি জানো ধূলিৰে ধূসৰিত হৈ পৰা বাবে চেষ্টা কৰা নাই?

তাই সৌদামিনীৰ মুখৰ পৰা ঠিক এনে এটা প্ৰশ্ন আশা কৰা নাছিল।

: ধূলিৰে যেতিয়া ধূসৰিত হৈ পৰিব খুঁজছে মই চামেলিৰ পাহিৰে আকৌ সেই ধূলি আঁতৰাই পেলাইছো।

: আৰু সেই দৈহিক ক্ষুধা? সঁচা কথা কোৱা?

তাই সৌদামিনীলৈ মূৰ তুলি চালে—লগে লগে তাইৰ দুয়ো নয়ন ভৰি আহিল। তাইৰ হাতখন মুঠি মাৰি ধৰি তাই ক'লে—

: মন যায় নে তোমাৰো সেই পুৰণি প্ৰেমক কুৰুকি কুৰুকি আকৌ উদ্ধাৰ কৰিবৰ বাবে কোৱা, সঁচা কথা কোৱা?

চকিত হৰিণীৰ দৰে তাই মূৰ তুলি চালে। নৈৰ কোমল মাটি খহি পৰাৰ দৰে তাই সৌদামিনীৰ বুকুত দোঁ খাই পৰিল।

ওঁঠৰ প্ৰান্তে প্ৰান্তে প্ৰকট হৈ উঠা কান্দোনৰ ৰেখা মচ খোৱাৰ লগে লগে আকৌ সৌদামিনীয়ে কৈছিল: নিসঙ্গতাৰ সেই গভীৰ যন্ত্ৰণাৰ পৰা নিজক ৰক্ষা কৰিবৰ বাবে তুমি কি উপায়··কি উপায় গ্ৰহণ কৰিছিলা ?

উত্তৰ দিলে তাই। একেবাৰে নিঃসংকোচ উত্তৰ: প্ৰথম কেইদিন মই চামেলিৰ বাগিচাৰে অহা-যোৱা কৰিছিলো। বহু-দিনৰ আগৰ কথা, মোৰ এইকোছা চুলি তেতিয়া ক'লা আৰু দীঘল আছিল। চামেলিৰ বাগিচাৰে অহা-যোৱা কৰি মই নিজকে পৰীক্ষা কৰিছিলো· নিজৰ লগত এইদৰে মুখামুখি হোৱা বৰ কষ্টকৰ আৰু বৰ নিষ্ঠুৰ কথা। তথাপি মই চামেলিৰ বাগিচাৰে অহা-যোৱা কৰিছিলো। অক্ৰুৰ ঘাটেৰে নাও লৈ অহা মথুৰাৰ ডেকা ছাত্ৰৰ দল এটিও এই চামেলিৰ বাগিচাত অহা-যোৱা কৰিছিল। সিহঁতে ময়ুৰীবোৰক 'ৰসবড়ি' ফল খুৱাবলৈ আহিছিল, বিশ্বাস কৰা এবাৰ এটি ছাত্ৰই এমুঠি ৰসবড়ি ফল মোলৈ আগবঢ়াই দিছিল। কপালত পৰি থকা দীঘল চুলিকোছা আঁতৰাই সি মোৰ ভৰি দুটালৈ অনেক সময় চাই আছিল। মই নিজকে পৰীক্ষা কৰিবৰ কাৰণে আৰু অনেক দিন চামেলিৰ বাগিচাৰে অহা-যোৱা কৰিছিলো। আকৌ এবাৰ চামেলিৰ বাগিচাৰে অহা-যোৱা কৰি থাকোতে আন এটি ছাত্ৰই মোক এমুঠি "ৰসবড়ি' ফল দিছিল আৰু আগৰটিয়ে যেনেদৰে মোৰ ভৰিৰ পিনে চাই আছিল এইবাৰৰটিয়ে মোৰ চুলিকোছালৈ চকু দিছিল আৰু মই চামেলিৰ বাগিচাৰে অহা-যোৱা কৰি আছিলো। এয়া তাৰ পিচত অনেক দিন পাৰ হৈ গ'ল·· চোৱা সেই ভৰি দুখন এতিয়া খহটা আৰু ৰুক্ষ হৈ পৰিছে। আৰু ভজন আশ্ৰমত মই এখন স্থায়ী আসন অধিকাৰ কৰি বহিছো। তুমি বিশ্বাস কৰা···এই বুলি মাধুৰঞ্জনীয়ে তাইৰ কাষত আহি ফুচফুচাই কৈছিল: মই যেতিয়া ভজন আশ্ৰমত বহি এই মোনাটোত হাত সুমুৱাই মণিবোৰ গণিবলৈ আৰম্ভ কৰো মণিবোৰৰ মাজত কেতিয়াবা মই আকৌ সেই চামেলিৰ পাহিৰ কোমলতা অনুভৱ

কৰো। সকলতে মানুহে মোক সৎ স্বভাৱৰ ছোৱালী বুলি প্ৰশংসা কৰিছিল। এতিয়াও মানুহে মোক দেখিলে মূৰ দোঁৱায়। কিন্তু এইটো চোৱা মোৰ মালাৰ মোনা। পুৰণি হৈ শতছিন্ন হোৱাৰ উপক্ৰম হৈছে। তথাপিও মালা জপোতে মই আকৌ কেতিয়াবা চামেলিৰ পাহিৰ কোমলতা অনুভৱ কৰো।

নাই নাই আৰু বেছি কথা সুধি মানুহ গৰাকীক কষ্ট দিয়াৰ ইচ্ছা নহ'ল সৌদামিনীৰ। বতাহৰ কোব বাঢ়ি আহিল। পোৱালি লৈ থকা ময়ূৰীজনীয়ে ত্ৰস্ত হৈ চাৰিওফালে ডিঙি মেলি চাব ধৰিলে।

এই বতাহৰ মাজতো সৌদামিনীয়ে ওপৰৰ কোঠাৰ পৰা ভাহি অহা অনুপমাৰ কাহৰ শব্দ শুনা পালে। ভয়ংকৰ কাহ। যন্ত্ৰণাদায়ক কাহ।

তাই উঠি যাব নেকি? মাকৰ মূৰত হাত থব নেকি তাই? এয়ে তাইৰ মাক। কত কথা সহ্য কৰিছে মাকে তাইৰ-বাবে আৰু আজি এই শেষ সময়ত।

দুৱাৰত কোনোবাই টকিওৱাৰ শব্দ শুনা গ'ল। উঠি গৈ তাই দুৱাৰ খুলি দিলে। লগে লগে সোমাই আহিল ৰায়চৌধুৰী। কোঠাটোৰ চাৰিওফালে তেওঁ চকু ফুৰাই চাব ধৰিলেঃ তোমাৰ কোঠাটো একেবাৰে জৰাজীৰ্ণ। ইমান দিনে তোমাৰ সা-সুবিধাৰ প্ৰতি লক্ষ্য কৰিবলৈ মই সুবিধাই পোৱা নাছিলো। ইস্ সৌবোৰ একোটা একোটা সুৰঙ্গৰ দৰেই বিন্ধা লক্ষ্য কৰিছানে?

অল্পভাষী ডাক্তৰ ৰায়চৌধুৰী এয়া আজি মুখৰ হৈ পৰিছে। সৌদামিনীৰ বিস্ময়ৰ সীমা নেথাকিল।

ঃ এয়া এইখিনিতে এখন ডাঠ পৰ্দা দিয়াহেঁতেন ভাল আছিল— আথৰাৰ মানুহবোৰে সৌ নাদটিত পানী নিবলৈ আহে।

খিৰিকিৰ ওচৰৰ পৰা আঁতৰি আহি এইবাৰ তেওঁ তাইৰ নিচেই ওচৰৰ মূঢ়া এটা টানি বহি পৰিল।

সৌদামিনীয়ে লক্ষ্য কৰিলে এই কেইদিনৰ ভিতৰত পিতাক যেন বহুখিনি ভাগি পৰিছে। পিঠিখন ধেনুভিৰীয়া হৈ পৰিছে। আৰু

গাৰ এই ছাল—নাই নাই ইমান দিনে তাই যেন পিতাকক ভালদৰে লক্ষ্যই কৰা নাছিল:। তেওঁৰ পিনে আৰু বেছি সময় তাই চাই থাকিব নোৱাৰিলে। দুয়ো নয়ন ভৰি আহিল তাইৰ।

: তোমাক নোসোধাকৈ মই এটা কাম কৰিছো।

নিজৰ কাণকেই যেন বিশ্বাস কৰিব নোৱাৰিলে সৌদামিনীয়ে।

: তুমি বৰ আচৰিত হৈছা নহয়? চোৱা সময়ে কেনেকৈ পাখি লগা কাঁড়ৰ দৰে গতি কৰিছে। এই কেইদিনৰ ভিতৰত দেখিছা কিমানবোৰ মানুহে ব্ৰজ এৰি আঁতৰি গৈছে। সৌ সিদিনা ঠাকুৰ চাহাব তেনেদৰে গুচি গ'ল······কোনে জানে আমাৰো সময় আহিছে আৰু এই সময় যেতিয়া চোৰৰ দৰে গোপনে আহে······আচ্ছা থাওক সেইবোৰ কথা

কিছু সময় নিশ্চুপ হৈ ৰ'ল ৰায়চৌধুৰী। এয়ে তাইৰ সেই পিতাক। ধৈৰ্য যাৰ মিত্ৰ, বুদ্ধি যাৰ পথপ্ৰদৰ্শক আৰু আত্মবল যাৰ চিৰসহায়ক····এনে এক পৰিচ্ছন্ন পথত অহৰহ বিচৰণ কৰা এয়ে তাইৰ পিতাক।

: চোৱা মোৰ এইখন হাত। কিছুদিনৰ পৰা মোৰ ভাব হৈছে হাতখন যেন 'অৱশ' হৈ আহিছে। কিছুদিনৰ পিচত ময়ো হয়তো সেই 'ঠাকুৰীয়া গৰুৰ' দৰে নাইবা আৱৰ্জনাৰ দৰে এঠাইত জুপুকা মাৰি বহি থাকিব লাগিব।

সৌদামিনীয়ে মূৰ তুলি চালে। ব্ৰজৰ প্ৰাচীন শিল্পী চন্দ্ৰভানু ৰাকেশৰ দৰে এয়া পিতাকৰো চকুৰ তলত এটি ক'লা ছায়াই অহৰহ বিচৰণ কৰিব আৰম্ভ কৰিছে। ঠিক মনত পৰিছে তাইৰ, অষ্ট ধাতুৰ মূৰ্তি চুৰুকি থকা শিল্পী ৰাকেশৰ চকুৰ গুৰিত তাই ঠিক এনেকুৱা ছায়া দেখা পাইছে। উত্তৰকাশী, কুৰুক্ষেত্ৰ আৰু দ্বাৰকাৰ অষ্ট ধাতুৰ শিল্পীসকলৰ দৃষ্টিত চাৰিশ বছৰ আগতে হয়তো এনে ছায়াই দেখা দিছিল। বিস্ময়কৰ কথা।

ঃ তোমাৰ সেই বন্ধুটিলৈ মই এখন চিঠি লিখিলো। ঠিক এই সময়ত তেওঁ এবাৰ ইয়ালৈ অহা অত্যন্ত প্ৰয়োজন।

তাৰ পিচত তেওঁ লাহে লাহে সৌদামিনীৰ ওচৰলৈ আগবাঢ়ি গ'ল। তেওঁৰ সেই শুকান খহটা হাতখন অনেক সময় তাইৰ চুলিৰ ওপৰেৰে উঠা-নমা কৰি থাকিল।

ঃ এয়া মুখামুখি হোৱাৰ সময়। তুমি নেভাবিবা কোনোবাই এই সময়ক জোৰ কৰি মাতি আনিছে। নিজেই আহিছে এই সময়, উঠা সাজু হোৱা !!

তাই জানো ইমান অকৃতজ্ঞ আছিল? ৰায়চৌধুৰী আৰু অনুপমাই বেয়া পোৱা কাম কেতিয়াবা তাই কৰিছিলনে? শৈশৱৰ কথা মনত পৰিল তাইৰ। জানি-শুনি কাৰোবাৰ মনত আঘাত দিয়াৰ নিষ্ঠুৰতাৰ কথা সেই শৈশৱৰ পৰাই তাই বুজি আহিছে। এবাৰ অনুপমাই তাইক কৈছিল: তুমি মোৰ চকুৰ মণি ...তুমি মোৰ চকুৰ মণি।

অনুপমাৰ চকুৰ মণি হৈ কত দিন তাই অতিবাহিত কৰিছে।

সুব্ৰত, তাইৰ মৃত স্বামীক লগ পোৱাৰ আগতে আৰু সেই ঐশ্বৰিক প্ৰেমৰ সৈতে মুখামুখি হোৱাৰ আগতে, এজাক প্ৰেমিকৰ সপোন ৰাজ্যত তাই বিচৰণ কৰিছিল কিন্তু কোনোবাদিনা কোনো প্ৰেমিকৰ অনুৰোধত কেতিয়াবা তাই ব্লাউজৰ বুতাম কেইটা খুলিছিলনে? তাইৰ সেই অনন্যসুন্দৰ বুকুখন দেখুৱাব খুজিছিলনে?

নাই কেতিয়াও তাই তেনে কাম কৰা নাছিল।

এৰা কিহৰ বাবে? কিহৰ বাবে এনে হ'ল? অনুপমাৰ চকুৰ মণি হোৱাৰ বাবে? নাই ঠিক এইবাবে নহয়, এইবাবে হ'ব নোৱাৰে তেতিয়া হ'লে? তাই এনেকুৱাই আছিল। সৰুৰ পৰা তাই ঠিক এনেকুৱাই।

আকাশ আকৌ গোমা হৈ আহিল। ময়ুৰীজনীয়ে এইবাৰ পোৱালিটি লৈ বাহিৰলৈ উৰা মাৰিলে। এই অন্ধকাৰ আৰু নিসঙ্গতাৰ বুকুত তাই কুচিমুচি বহি ৰ'ল।

লাহে লাহে শীত পৰিবলৈ আৰম্ভ কৰিলে। ভৰিফুলা 'ৰাধেশ্যামী'-বোৰ আহি চিকিৎসালয়ত ভিৰ পাতিব ধৰিলে।

পুৱাৰ যমুনাই এতিয়া এক অলৌকিক পোহৰ বিচ্ছুৰিত কৰিব আৰম্ভ কৰিছে।

ছেঃ চব কথাই ওলট পালট হৈ গ'ল। তেওঁ আহি উপস্থিত হোৱাৰ সময় হ'ল। মথুৰাৰ পৰা আহি এই কেসীঘাটত লগা প্ৰত্যেকখন নাও সৌদামিনীয়ে আগ্ৰহেৰে চাব ধৰিলে। পুৱাৰ কুঁৱলি ফালি ফালি অহা নাৱৰ চাকিৰ পোহৰ আৰু বঠাৰ কোবৰ শব্দ শুনাৰ লগে লগে প্ৰতিবাৰেই তাই উত্তেজিত হৈ পৰিছে। কি কাৰণে আকৌ এই উত্তেজনা? কিছুমান অনুভূতি কেতিয়াবাই শুকাই কৰ্কশ হৈ যোৱা বুলি তাইৰ ধাৰণা আছিল। কিন্তু এই ধাৰণা ভুল আছিল। তেতিয়া হ'লে কি কাৰণে আকৌ এই উত্তেজনা?

সেই পুৰুষটিয়ে তাইক এক সুস্থ আৰু নতুন পথেৰে পৰিচালিত কৰিম বুলি অহা সেই খ্ৰীষ্টান ভদ্ৰলোকটিয়ে এই চিঠিখনৰ কাৰণেই যেন আগ্ৰহেৰে বাট চাই আছিল। যিদিনা খ্ৰীষ্টান ফিৰিঙ্গীৰ দল এটাক পৰিত্যক্ত মন্দিৰ এটিত সোমাব নিদিয়াৰ কাৰণে হুলুস্থুল লাগি পৰিছিল ঠিক সেইদিনাই মথুৰাৰ অক্ৰুৰঘাটৰ পৰা অহা নাও এখন বৃন্দাবনৰ কেসীঘাটত লাগিলহি।

অমাৱস্যাৰ অন্ধকাৰ ৰাতি। বহু সময়লৈ ডাক্তৰ চৌধুৰীয়ে সেই ভৰি ফুলা ৰোগীবোৰৰ তালাপি কৰি আছিল। তাৰ পাচত তেঁও আখৰাৰ নাদত মুখ-হাত ধুই চকিদাৰৰ হাতত চাবিকাঠি দি ওপৰলৈ উঠি গৈছিল। ইয়াৰ অনেক আগতেই সৌদামিনী শুই পৰিছিল। নিদ্ৰাৰ লগত যুদ্ধ কৰা সৌদামিনীৰ বাবে স্বাভাৱিক কথা কিন্তু আজি এই সময়ত তাইৰ টোপনি আহিছিল।

হঠাৎ দুৱাৰ ঢকিওৱাৰ শব্দ শুনা গ'ল। চকামকাকৈ সাৰ পাই উঠিল সৌদামিনী। কোনোবাই তাইৰ দুৱাৰ ঢকিয়াইছে। চিকিৎ-সালয়ত হয়তো আৰু বেমাৰী আহিছে—সেই ভৰি ফুলা ৰাধেশ্যামী-

হঁত। যন্ত্ৰণাত ৰ'ব নোৱাৰি মাজৰাতিও চিকিৎসালয়ত ভিৰ পাতিবহি···অথচ ৰাতি সিহঁতে হাড়কঁপোৱা শীতকো আওকাণ কৰি ঘোঁৰাশালৰ পচা আলুৰ বাবে কঢ়া-আঁজোৰা কৰি আহি চোৰৰ দৰে খুপৰিত সোমাবহি। বৰ বিচিত্ৰ জীৱন।

তাই উঠি দুৱাৰ খুলি দিলে। হয় ডাক্তৰ ৰায়চৌধুৰী দুৱাৰ-মুখত থিয় হৈ আছে। তেওঁৰ হাতত এটা হেৰীকেন। ভৰি দুটা উদং।

: মোৰ এই কোঠাটাও তেতিয়া হ'লে ৰাধেশ্যামীহঁতৰ বাবে প্ৰয়োজন হৈছে; অলপ সময় অপেক্ষা কৰা মই বিছনাখন ওপৰলৈ লৈ যাওঁ।

ডাক্তৰ ৰায়চৌধুৰীয়ে হেৰীকেনৰ ফিটাডাল বঢ়াই দিলে।

: নাই বিছনাখন নিব নেলাগে। মই এটা বেলেগ খবৰ লৈ আহিছো। তোমাৰ সেই বন্ধুটি আহিছে। ঘাটৰ ওচৰৰ বৈষ্ণৱ ছত্ৰীত তোমাৰ বাবে অপেক্ষা কৰি আছে—বৰ বেয়া সময অথচ উপায় নাই, অনুপমা এতিয়া শুইছে, ৰাতিপুওৱাৰ লগে লগে তেওঁ সাৰ পাই উঠিব। যোৱা চাদৰ এখনেৰে ভালদৰে গা-মূৰ ঢাকি লোৱা।

: কিন্তু! মই জানো মই তেওঁক লগ পাব লাগিব কিন্তু—

: লোৱা চাদৰেৰে ভালদৰে গা-মূৰ ঢাকি লোৱা!আৰু মোৰ পিচে পিচে আগবাঢ়ি আহা।

কাপোৰেৰে গা-মূৰ ঢাকি লোৱাৰ সময়ত তাই আপোনা-আপুনি ফিচফিচাই ক'লে: তুমি মোক ঠিকেই বুজি পাইছা নিজকে ঠিক এনেদৰেই পৰীক্ষা কৰা উচিত।

দুয়ো আগবাঢ়িল। আকাশ গোমা, শীতৰ সেই আবতৰীয়া বৰষুণজাক আকৌ আৰম্ভ হয় নেকি? দুয়ো বাটৰ দুয়ো কাষে গায়ে-মূৰে কাপোৰ লৈ বহি থকা 'ৰাধেশ্যামী' কেইগৰাকীমানক দেখা পালে। সিহঁতে বাটৰ কাষত বৈ 'ৰঙ্গজীৱ' চানাইৰ মধুৰ ধ্বনি শুনি বহি আছিল। হেৰীকেনৰ পোহৰত সিহঁতে চকুৰ

আগেয়ে দুটি ছায়ামূৰ্তি আগবাঢ়ি যোৱা দেখিলে যদিও মূৰ তুলি চোৱাৰ কৌতূহল কাৰো নাছিল। চানাইৰ সেই অপূৰ্ব ধ্বনিৰ লগে লগে সকলোৱে যেন সেই আধ্যাত্মিক আনন্দত উন্মাদপ্ৰায় হৈ আছিল। ঘাটত সৌখন কাৰ নাও বন্ধা আছে? বতাহৰ কোবত নাৱৰ সেই টিমিক-ঢামাক পোহৰ মাজে মাজে সম্পূৰ্ণ নিষ্প্ৰভ হৈ পৰিছে।

ঃ যোৱা মই এইখিনিত থিয় হৈ চাই আছো। সৌখন নাও দেখিছা নহয়, আগবাঢ়া।

তাই আগবাঢ়িল। বতাহৰ গতি বাঢ়ি আহিছে। যমুনাৰ শুকান বালিয়ে গোটেইখন ধূসৰিত কৰি পেলাইছে যদিও তাই দূৰৈত কুঁজা হৈ হেৰীকেন ধৰি থিয় হৈ থকা পিতাকক স্পষ্ট দেখা পালে। কি লাগিল, কি লাগিল ভৰিত এইখন তাইৰ? ভৰিৰ পৰা আঁজুৰি তাই কপোৰখন দূৰলৈ দলিয়াই দিলে—কোনোবা সধবা তিৰোতাৰ ৰঙীন উত্তৰীয় আছিল সেইখন। কোনো স্বৰ্গগামী সৌভাগ্যৱতী সধবা তিৰোতাৰ 'ঔৰ্দ্ধ দেহিকৰ' উত্তৰীয়। হেৰীকেন হাতত লৈ থিয় হৈ থকা পিতাকৰ ছায়ামূৰ্তি ধূলিৰ এই ধুমুহাৰ লগত অদৃশ্য হৈ পৰিল। তাই নাৱৰ ওচৰ পালেহি। সৌৱা তেওঁ নাৱৰ পৰা নামি আহি বালিত থিয় হৈ আছে।

তাইক দেখি তেওঁ আগবাঢ়ি আহিল। হাত এখন তেওঁ আগবঢাই দিলে, এই হাতত ভৰ দি গৈ তাই নাৱত উঠিল। চৈ দিয়া মজবুত নাও। বতাহৰ কোবত এনেয়ে লৰি আছিল আৰু এবাৰ ই প্ৰচণ্ডভাৱে লৰি উঠিল।

শেষত এয়ে হ'ল। তাই ঠিক ইয়াকেই বিচাৰিছিলনে? তাইৰ সন্মুখত বহি থকা সৌটো মানুহ এই মুহূৰ্তত যাৰ শ্বাস-প্ৰশ্বাস আহি তাইৰ দেহত ঠেকা খাইছেহি সেই একমাত্ৰ মানুহটিৰ ওচৰত তাই তাইৰ জীৱনৰ সমস্ত অৰ্থ বিচাৰি পাইছে এই কথা সঁচাকৈয়ে নিৰ্ভুলনে?

কাৰোবাৰ ওচৰত ব্ৰজৰ এই পবিত্ৰ ধূলি ঠিক এনেদৰে অৰ্থহীন হৈ পৰিছেনে।

কপালত তাইৰ ঘামৰ কণিকা বিচ্ছুৰিত হৈ পৰিল। চকুলো বহি পৰিল।

তাইৰ সৈতে ঘন হৈ বহি থকা মানুহটিলৈ এইবাৰ তাই মূৰ তুলি চালে : তোমাৰ বাহিৰে এই পবিত্ৰ ভূমিত মোক একোৱেই আকৰ্ষণ কৰা নাই ··মোৰ চব পুৰণি স্মৃতি ধূলিৰে ধূসৰিত হৈ পৰিছে মোৰ মৃত স্বামীক আজিকালি মই মোৰ শত্ৰু বুলি ভাবিবলৈ শিকিছোঁ। আৰু তেওঁৰ দোষ কিছুমান (সঁচা কথা ক'বলৈ গ'লে তেওঁৰ কোনো দোষ মোৰ চকুত পৰা নাছিল; অদ্ভুত, অবিশ্বাস্য চৰিত্ৰ নহয়নে?) মই কুৰুকি কুৰুকি উলিয়াব শিকিছিলো···নিষ্ঠুৰতা! অন্যায়!! বিশ্বাস কৰা এই নিষ্ঠুৰতা আৰু অন্যায়ক আশ্ৰয় হিচাপে লৈ যেতিয়া সান্ত্বনা বিচাৰিবলগীয়া হয়।

লাহে লাহে বতাহৰ কোব বাঢ়ি আহিল। যমুনাৰ বালিৰ একোটা ঘূৰ্ণিয়ে চাৰিওফালে এক প্ৰচণ্ড হাহাকাৰৰ সৃষ্টি কৰিলে। ইমান সময় স্পষ্ট হৈ থকা বঙ্গজীৰ চানাইৰ ধ্বনি বিশৃঙ্খল হৈ পৰিল।

: ধৰা তুমি মোক আৰু ভালদৰে সাবটি ধৰা। তুমি কান্দিছা। মানুহে কয় তুমি খ্ৰীষ্টান। তুমি খ্ৰীষ্টান। অথচ এয়া, এয়া মোৰ বুকুত তোমাৰ দেহৰ উম একেই—বিশ্বাস কৰা সুব্ৰত, মোৰ মৰমৰ স্বামীৰ দেহৰ সৈতে একেই—একেই !! একেবাৰে একেই !!

নাই নাই নিজকে তাই আৰু সংযত কৰি ৰাখিব নোৱাৰিলে। সকলো গাম্ভীৰ্য হেৰুৱাই এয়া তাই কান্দিব আৰম্ভ কৰিলে : খোৱা আকৌ এবাৰ ঠিক একেদৰে মোক চুমা খোৱা। তোমাৰ এই স্পৰ্শ একেবাৰে সেই পুৰণি···সেই পুৰণি। নদীৰ পাৰৰ লেহুকা মাটিৰ দৰে তাই প্ৰেমিকটিৰ বুকুত খহি পৰিল।

: শুনা তোমাৰ দৰে সুস্থ হৈ কথা কব পৰা মনৰ অৱস্থা এই মুহূৰ্তত মোৰ নাই। একেবাৰেই নাই। কিন্তু আজিৰ এই মুহূৰ্তটিৰ কাৰণে মই বৰ আগ্ৰহেৰে সাজু হৈ আছিলো আৰু এই আগ্ৰহৰ কথা এতিয়াহে গম পাইছো।

বতাহ বাঢ়ি আহিল। যমুনাৰ ঢৌত নাওখন দুলিব ধৰিলে।

আকাশত বিজুলীৰ ৰেখা দেখা গ'ল। নাই আৰু বেছি সময় নাৱত এইদৰে থকা সম্ভৱ নহয়।

: আহা আমি সৌ ঘাটৰ দাঁতিত পৰিত্যক্ত খুপৰি এটিলৈ যাওঁ, সৌৱা ধুমুহাৰ আয়োজন আৰম্ভ হৈছে।

দুয়ো নাৱৰ পৰা নামিল। ধীৰ সমীৰ ঘাটৰ পৰিত্যক্ত খুপৰিক উদ্দেশ্য কৰি দুয়ো লৰিব ধৰিলে। এই মুহূৰ্তত যমুনাৰ বালিয়ে এক উন্মত্ত ৰূপ-ধাৰণ কৰিলে। আগে-পিচে কোনো দিনাই তাই যমুনাৰ ঠিক এনে এটা উন্মত্ত ৰূপ দেখা নাছিল। বতাহৰ লগত প্ৰচণ্ড গতিৰে আগবাঢ়ি অহা ধূলি আৰু বালিৰ একোটা প্ৰচণ্ড ঘূৰ্ণিয়ে দুয়োৰে খোজৰ গতিক অজেয় শত্ৰুৰ দৰে যেন বাধা দিলেহি। বিজুলীৰ পোহৰত যমুনাৰ ৰূপ ভয়ংকৰ হৈ পৰিছে। এই মুহূৰ্তত যমুনাই যেন এক ৰাক্ষসী মূৰ্তি ধৰি ঘাটকেইটিক নিজৰ বুকুলৈ আঁজুৰি নিয়াৰ চেষ্টা কৰিছে।

এয়া দুটি শিশুৰ দৰে দুয়ো ঘাটৰ পৰিত্যক্ত খুপৰি অভিমুখে লৰিবলৈ আৰম্ভ কৰিলে। ৰাতি দোভাগ হৈ অহাৰ লগে লগে ধুমুহাৰ তাণ্ডৱ নৃত্যও বাঢ়ি আহিল। অৱশেষত দুয়ো গৈ কেসীঘাটৰ পৰিত্যক্ত খুপৰি এটিত সোমাল।

ঠিক ইয়াকেই তাই বিচাৰিছিলনে? চব তুচ্ছ কৰি ঠিক ইয়াকেই? তাই ক'লে: তুমিও নিশ্চয় সেই ভয়ংকৰ নিসঙ্গতা মাজে মাজে অনুভৱ কৰিছা, তোমাৰো বয়স হৈ আহিছে, এই অন্ধকাৰৰ মাজতো মই তোমাৰ মূৰত ৰূপালী চুলিৰ জিলিকনি দেখিছো। তেওঁ একো নক'লে। কিন্তু আঁঠু দুটাৰ ওচৰলৈ তেওঁৰ মূৰটি দোঁ খাই পৰিল।

: নাই নাই আজি মন বেয়া কৰাৰ প্ৰয়োজন নাই। চব তুচ্ছ হৈ গৈছে। আজি এই মুহূৰ্তত চব তুচ্ছ হৈ গৈছে। মোক চুমা খোৱা নাইবা সেই উন্মত্ত প্ৰেমিকৰ দৰে মোক সাবটি ধৰা। চব কথাই তুচ্ছ হৈ গৈছে। অথচ আজিৰ এই দিনটোৰ কাৰণে মই ইমান আগ্ৰহেৰে বাট চাই আছিলো।

: তুমি কান্দিছা?

: শুনা মই কি ভাবিছিলো, আজিৰ এই দিনটোৱে মোৰ জীৱনৰ গতিপথ এটিৰ কথা আঙুলিয়াই দেখুৱাব, সকলো দ্বিধা, সকলো আড়ষ্টতা আজিৰ এই দিনটোৱে মষিমূৰ কৰি পেলাব। আহা আৰু আগবাঢ়ি আহা, বাহিৰৰ সেই ধুমুহা আৰু মোৰ মনৰ এই ধুমুহা আজি চব একাকাৰ হৈ গৈছে। মই ৰাক্ষসী হৈ গৈছো। সেই উত্তাপৰ বাবে আজি মই ৰাক্ষসী হৈ গৈছো। তুমি খ্ৰীষ্টান, মই হিন্দু আৰু আমাৰ মাজত সেই অদ্ভুত ৰহস্যময় উত্তাপ। আৰু কোনোবাই যদি আমাৰ বুকুত কাণ দি শুনে !!

এছাটি প্ৰচণ্ড বতাহে থুপৰিৰ ভগ্ন প্ৰাচীৰ এখন আজুৰি পেলোৱাৰ চেষ্টা কৰিলে।

: শুনা যিবোৰ মানুহে তোমাক এক ভিন্নশাৰীত থৈছে আজি সেইবোৰক মোৰ কছাইৰ লগত বিজাবৰ মন গৈছে।

আঁঠু দুটাত মুখখন গুজি দি এজনী সৰু ছোৱালীৰ দৰে তাই ফেকুৰি ফেকুৰি কান্দিবলৈ আৰম্ভ কৰিলে।

বতাহৰ ভয়ংকৰতা আৰু বৃদ্ধি পালে। যমুনাৰ বুকুৰে উঠি অহা কাঠে পিপাৰ পুলত ঠেকা খোৱাৰ শব্দ শুনা গ'ল। সেই চাক-নৈয়াটিৰ ওচৰত যমুনাৰ সেই দেওলগা পানীডোঙাৰ ওচৰত আজি এই মুহূৰ্তত যেন কাৰোবাৰ আৰ্তনাদ শুনা গ'ল। প্ৰতি বছৰে দুই চাৰি গৰাকী 'ৰাধেশ্যামীৰ সলিল সমাধি ঘটে সেই দেওলগা পানী ঘূঁৰলিত—আজি যেন সেই খণ্ড পানী সজীৱ হৈ উঠিছে, উন্মত্ত হৈ উঠিছে।

ভগ্ন প্ৰাচীৰৰ ওচৰত কিবা এটি বাগৰি অহাৰ শব্দ শুনা গ'ল। সৌদামিনী সচকিত হৈ উঠিল। এইটো, এইটো দেউতাকে হাতত লৈ অহা লেম্প। হয় হয় তাই ধৰিব পাৰিছে—তাই ঠিকেই ধৰিব পাৰিছে: তেতিয়া হ'লে মানুহটো এতিয়াও ঘাটৰ চিৰিত বহি আছে।

তাই বাহিৰলৈ ভুমুকিয়াই চালে, বতাহ আৰু অন্ধকাৰৰ বুকুত প্ৰেতাত্মাৰ দৰে বহি থকা কাকো অৱশ্যে তাইৰ চকুত নপৰিল।

এইবাৰ কিছুমান তুলাৰ টুকুৰা খোলা ছুৱাবেদি ভিতৰ সোমাই আহিল······কোনোবা ৰাধেশ্যামীয়ে 'ঔদ্ধ দেহিকৰ' বাবে শেতেলীৰ ভিতৰত টকা লুকুৱাই থৈছিল; আক্ৰোহীৰ দলে সেইবোৰ আঁজুৰি পেলোৱা বেছি দিন হোৱা নাই।

আজি এই মুহূৰ্তত তেওঁ সৌদামিনীৰ কাৰ্যকলাপ চায়ে যেন সন্তুষ্ট আছিল। শিশুৰ কৌতূহলেৰে তেওঁ সৌদামিনীৰ কাৰ্যকলাপ চাই আছিল।

তাই উভতি আহিল। এইবাৰ তাই প্ৰেমিকটিৰ ওচৰত আঁঠুকাঢ়ি বহিল। ঃ সৌ চটা কাঠ পাৰি লবা নেকি? ব্ৰজৰ সেই উদণ্ড ল'ৰাজাকে "মাধৱ নাৰায়ণৰ" মন্দিৰৰ পাণ্ডাৰ কেলেঙ্কাৰী কথা কিছুমান তাত লিখি থৈছিল। কোনোবাই কাঠচটা ইয়াত দলিয়াই থৈ গৈছে। আমি এইচটা কাঠ পাৰি কিছু সময় বিশ্ৰাম লব পাৰো। এই ধুমুহা কমালৈকে, চোৱাচোন কি ভয়ংকৰ ধুমুহা-বতাহ বাহিৰত। চোৱা সৌৱা যমুনাৰ ঢৌবোৰ যেন এইপিনেই আগবাঢ়ি আহিছে। বিশ্বাস কৰা এই পৰিত্যক্ত খুপৰি অভিমুখে আগবাঢ়ি আহিছে। বহুদিনৰ আগেয়ে এবাৰ সপোনত মই ঠিক এনেকুৱা দৃশ্য এটা দেখিছিলো। সেই ঢৌবোৰৰ মুৰবোৰ যেন একোটা কছাইৰ মুৰলৈ ৰূপান্তৰিত হৈছে। এই বিচিত্ৰ অথচ ভয়ংকৰ ঢৌবোৰে যেন চাৰিওকালে বিয়পি পৰিছে।

ঃ শুনা মোৰ মা আৰু বেছি দিন জীয়াই নেথাকে, অৱশেষত ময়েই ইয়াৰ কাৰণ হ'লোগৈ। মাৰ কথা ভবাৰ লগে লগে এই মুহূৰ্তত মোৰ ভাব হয় সেই ঢৌবোৰ যেন মোৰ পিনেই আগবাঢ়ি আহিছে। শক্তিশালী অশ্বৰ খুৰাৰ শব্দৰ দৰে ঃ সেই প্ৰচণ্ড ভয়াবহ শব্দবোৰ মোৰ পিনে যেন আগবাঢ়ি আহিছে। আহা আৰু আগুৱাই আহা এই মুহূৰ্তত মোক চুমা খোৱা নাইবা মোৰ হৃদয়ৰ উত্তাপ অনুভৱ কৰা তুমি, তুচ্ছ কথা বুলি ভাবিছা। কিন্তু এই কথা আজি মোৰ বাবে অতি প্ৰয়োজন। নিজকে পৰীক্ষা কৰিবৰ বাবে অতি প্ৰয়োজন।

: তুমি ঠিক বুজিব নোৱাৰিবা।

: আহা আৰু আগুৱাই আহা।

এটা সময়ত 'মাধৱ নাৰায়ণৰ' পাণ্ডাৰ কেলেংকাৰীৰ কাহিনী অঙ্কিত থকা কাঠচটা পাৰি দুয়ো ঘন হৈ বহিল। এই মুহূৰ্তত সেই কেলেংকাৰীৰ কাঠচটাৰ বুকুত দুয়োকো দুটি পবিত্ৰ পুষ্পৰ দৰে দেখা গ'ল।

এয়া শেষ ৰাতি। তাই বাহিৰলৈ ওলাই আহিল। মাজতে কিছু সময় ধুমুহা শাম কাটিছিল। ঠিক শাম কাটিছিলনে? নাই তাই ঠিক কব নোৱাৰে। কিন্তু এতিয়া সেই ভয়াবহ ধুমুহাৰ পুনৰাবৃত্তি হোৱাৰ দৰে দেখা গ'ল। এয়া যমুনা আৰু আগুৱাই আহিছে···তাই আগবাঢ়িল···এই মহা হুলুস্থুলৰ বুকুত নিসংগতাৰ এক করুণ আৰ্তনাদ শুনা গ'ল। এক সংজ্ঞাহীন দুখে তাইৰ বুকু বিদীৰ্ণ কৰি পেলালে। ঠিক ইয়াকেই তাই বিচাৰিছিলনে? ঠিক ইয়াকেই?

ছিঃ চব কথাই যেন অচিনাকি হৈ গ'ল। আৰু এই মন?

আৰু আজিৰ এই সাক্ষাতৰ বাবে তাইৰ অৱচেতন মনে অত্যন্ত আগ্ৰহেৰে বাট চাইছিল।

নাই নাই তাইৰ অন্তৰ আত্মাক এই সাক্ষাতে একোৱেই কৰিব নোৱাৰিলে। হৈছেনে কোনোবা নিজৰ ওচৰত ঠিক এনেদৰে পৰাজিত?

এইবাৰ তাই যেন স্পষ্ট শুনা পালে সেই শক্তিশালী অশ্বৰ খুৰাৰ ভয়ংকৰ শব্দ। নিৰস্ত্ৰ আহত সৈনিকৰ দৰে অসহায় হৈ তাই কাণ পাতি ৰ'ল সেই হৰ্ষধ্বনিলৈ।

আৰুতো সময় নাই? উভতি যাব নেকি তাই? কিন্তু কাৰ ওচৰলৈ? তাইৰ মৃত স্বামীৰ সেই বেদনাদায়ক স্মৃতিৰ আশ্ৰয়লৈ?

তাই মূৰ তুলি চালে এৰি থৈ অহা ভগ্ন খুপৰিটোলৈ। নাই নাই আৰুতো সময় নাই। অনুপমাৰ মৃত্যুৰ দিন ওচৰ চাপি আহিছে। কিয় এনে হ'ল? কিয় এনে হ'ল? তাইৰ দৰে অনেকেই অনেক

মণি-মাণিক্যখচিত কথা সংগ্ৰহ কৰি ললে—এয়া এইখিনিতেই সৌ সিদিনা দেওবৰী সন্ন্যাসীয়ে অনেক মণি-মাণিক্যখচিত কথা কৈ গ'ল, বাপেস্তামীহঁতে চকুত আনন্দৰ অশ্ৰু লৈ সেই কথা গ্ৰহণ কৰি ললে। সকলোৱে দেওবৰী বাবাৰ চৰণ ৰজ মূৰত লৈ সেইদিনা চিঞৰি উঠিছিল: "এই আসনত বহি থাকোতেই মোৰ শৰীৰ শুকাই যাওক, মোৰ দেহৰ অস্থি-মাংস ধ্বংস হওক, তথাপিও বহু কল্পদুৰ্লভ বোধি নোপোৱালৈ মোৰ এই দেহ এই আসনৰ পৰা বিচলিত হৈ পৰিব নোৱাৰে।"

: সুতীব্ৰ প্ৰেম আৰু এই বাস্তৱৰ পৰা আঁতৰি আছা। অৰ্ধনাৰীশ্বৰ মহাদেৱে কোনোবা দিনা জানো প্ৰিয়াৰ মুখ দেখা পাইছিল?

: "হিৰণ্ময় পাত্ৰৰ দ্বাৰা সত্যৰ মুখ ঢাকি থোৱা হৈছে—হে সূৰ্য! তাক তুমি আঁতৰাই পেলোৱা যাতে মই ধৰ্মৰ সত্যৰূপ দেখা পাওঁ।"

অনেক মণি-মাণিক্যখচিত কথা সিঁচৰতি হৈ পৰি আছে···কি কাৰণে তাই আজি এই মুহূৰ্তত ঠিক এনে এষাৰ বাণীৰ দ্বাৰা অভিভূত হ'ব নোৱাৰিলে—কি কাৰণে?

যমুনাৰ ঢৌবোৰ এয়া এইপিনেই যেন আগবাঢ়ি আহিছে, একোছাটি হাড় কঁপোৱা বতাহে সম্মুখলৈ আগবাঢ়ি বোৱা ভয়াবহ কৰি তুলিছে। ৰাতিপুৱাবলৈ আৰু বেছি সময় নাই।

অনুপমা মৰিব। তেওঁ জয়ী হৈ যাব। সেই পৰম স্বৰ্গীয় ধামৰ কথা মনত পৰাৰ লগে লগে তাইৰ আত্মাৰ বদ্ধ হৈ থকা প্ৰতিখন খিৰিকি মেল খাই গ'ল। এক মুহূৰ্তৰ কাৰণে এক ঐশ্বৰিক পোহৰে সেই প্ৰতিখন খিৰিকিৰ মুখ যেন ভয়ংকৰ কৰি তুলিলে।

নাই নাই অনুপমাক ঠিক এনেদৰে জয়ী হ'ব দিব নোৱাৰি। অকল ক্ষোভৰ বাবেইনে?

সেই খ্ৰীষ্টান যুৱকটিক তাইৰ অভিন্ন হৃদয় প্ৰেমিকটিক উদ্দেশ্য কৰি তাই ফিচফিচাই কোৱাৰ দৰে ক'লে: ক্ষমা কৰা আৰু উভতি বোৱা। ক্ষমা কৰা।

ৰবৰ্ষুণৰ ডাওৰ টোপাল কিছুমান সৰি পৰিব ধৰিলে। আকাশৰ ভাৱৰৰ ছটা কিছুমান তললৈ খহি পৰিল, প্ৰচণ্ড বতাহ এজাকে তাইৰ এই দুৰ্বল দেহটি যেন এই মুহূৰ্তত চিৰাচিৰ কৰি পেলোৱাৰ আয়োজন কৰিলে আৰু সৌ পিপাৰ পুলৰ ওচৰত বজ্ৰপাত হোৱাৰ শব্দ শুনা গ'ল। ইমান আয়োজনৰতো প্ৰয়োজন নাই? এজনী মুমূৰ্ষু, আহত, কোমল বয়সীয়া ছোৱালীৰ প্ৰাণ এটিৰ কাৰণে প্ৰকৃতিৰ এই সুবৃহৎ আয়োজনৰ প্ৰয়োজনেই বা ক'ত?

তাই আগবাঢ়িল, নাহে এই সুযোগ আৰু নাহে। সেই ঢৌবোৰ আৰু আগুৱাই আহিছে, সেই বৃহৎ ভয়াবহ পানীখণ্ডৰ সৈতে ঢৌবোৰ একাকাৰ হৈ গৈছে। তাই আগুৱাই গ'ল।

পিপাৰ পুলৰ ওচৰৰ পৰা ভাহি অহা এটি কণ্ঠ তাই শুনা যেন পালে।

ঃ ৰাধে দগুৱৎ আৰু আগুৱাই নেযাবা। আৰু আগুৱাই নেযাবা। সৌৱা যমুনাত বান আহিছে···

তাইৰ বুজিবৰ বাকী নেথাকিল। সাপ ধৰা মানুহটোৱে এয়া বতৰৰ সুযোগ লৈছে। 'ৰাধে দগুৱৎ' এই শব্দটি বতাহে চাৰিওফালে বিচ্ছুৰিত কৰি লৈ ফুৰালে।

নাই নাই আৰুতো ভবাৰ সময় নাই। কিন্তু এই একেবাৰে শেষ মুহূৰ্তলৈ পানীৰ একেবাৰে ওচৰ পোৱালৈকে মাত্ৰ এটি প্ৰশ্নই তাইৰ বুকু বিদীৰ্ণ কৰি পেলালে, কিয় এনে হ'ল? কিয়?

তাই শেষ হৈ গ'ল। ৰাতিপুৱা ধুমুহাই ক্ষতবিক্ষত কৰা যমুনাৰ বালিৰ বুকুত কোনো সধবা তিৰোতাৰ ৰঙীন উত্তৰীয় এখনৰ লগত তাইৰ চাদৰৰ আঁচল এটা মাথো পোত খাই পৰি থকা অৱস্থাত পোৱা গ'ল। ৰাতিপুৱাৰ লগে লগে এই চাদৰৰ আঁচলে এক অন্য ৰূপ ধাৰণ কৰি ললে। মানুহৰ ভিৰৰ মাজত এই পোত গৈ থকা আঁচলে এখন শিলালিপিৰ ৰূপ ধাৰণ কৰি লৈছে। বিস্ময়ত অভিভূত ৰাধেশ্যামীইঁতৰ বিস্ময়ৰ এই আৱেশ কাটি যোৱাৰ লগে লগে এই শিলালিপি কেলেংকাৰীৰ কাহিনীৰে ভৰি পৰিছে।

অনেকেই এই পোস্ত দৈ থকা শিলালিপিক জুকিকি জুকিকি থাকি উলিয়াই এই কেলেংকাৰীৰ কাহিনী পঢ়ি চোৱাৰ পাশৱিক আনন্দত উন্মত্ত হৈ পৰিছে।

এৰা অৱশেষত তাইৰ সেই চাদৰৰ আঁচল সঁচাকৈয়ে এক কেলেংকাৰীৰ কাহিনী খোদিত শিলালিপিলৈ ৰূপান্তৰ হৈ পৰিল।

॥ ওঠৰ ॥

যমুনাৰ বালিৰ বুকুত ধুমুহাৰ সেই ক্ষত চিহ্ন লাহে লাহে মচ খাই আছিল।

পানীত চাং সাজি বাস কৰা দেওঘৰী বাবাই আকৌ এবাৰ এই মসৃণ বালিৰ বুকুত মণি-মাণিক্যখচিত কথাৰ জোৱাৰ তুলিলে। দেশী-বিদেশী ভক্তৰে তম্বু ভৰি পৰিল এই মসৃণ পবিত্ৰ বালিৰ বুকুত।

সৌদামিনী ঢুকুৱাৰ পাচত কিছুদিন শিল্পী ৰাকেশক যমুনাৰ বালিৰ বুকুত ঘূৰি ফুৰা দেখা গ'ল। তাৰ পাচত তেওঁ অষ্টসখীৰ মন্দিৰৰ চিৰিত বহি এখন ছবি আঁকিব ধৰিলে। আটিল্লা টিলাৰ যাত্ৰী বিচাৰি ফুৰা পাণ্ডাৰ জাকটোৱে তেওঁক উপলুঙা কৰি চিঞৰি উঠিল: ৰাকেশ মহাশয়, আপুনি এইবোৰ ভৰিৰ খোজ আঁকিছে কিন্তু কোনে কিনিব এইখন ছবি?

শুই থকা সাপ এডালকহে যেনিশ কোনোবাই খোচা মাৰি দিলে। শিল্পী চন্দ্ৰভানু ৰাকেশ উত্তেজিত হৈ পৰিল: এইবোৰ ভৰিৰ খোজ ঠিকেই—আহাচোন তোমালোকৰ এটাই আগবাঢ়ি আহা, এই খোজবোৰ মই এতিয়াই যমুনাৰ বালিৰ বুকুৰ পৰা বুটলি আনিছো, তোমালোকৰ এটাই মোক দেখুৱাই দিয়া এই খোজবোৰৰ কোনটি খোজ খ্ৰীষ্টানৰ, কোনটি হিন্দুৰ আৰু কোনটি মুছলমানৰ—দিয়া দেখুৱাই দিয়া?

পাণ্ডাৰ দলটি নিশ্চুপ হৈ থাকিল। এৰা সিহঁতে যেন ঠিকেই শুনিছিল শিল্পীয়ে আজিকালি এখন কটিৰ কাৰণে সত্ৰৰ দুৱাৰৰ ওচৰত ঘূৰি ফুৰে। মানসিক ব্যাধিগ্ৰস্ত ৰোগীৰ দৰে তেওঁ ৰাধেশ্যামীই ভৰ

খুপৰিৰ ওচৰতো ঘূৰি ফুৰে। এদিন তেওঁ গাত লৈ থকা একমাত্ৰ উত্তৰীয়খনো শুই থকা বৃদ্ধা ৰাধেশ্যামী এগৰাকীৰ গাত জাপি দি থৈ আহিল।

এদিন এই বৃদ্ধ শিল্পী গৰাকীক মথুৰা জংছনৰ ওচৰত দেখা গ'ল। জংছনৰ কাষত পিয়াপি দি ফুৰা পাণ্ডাৰ দল এটিয়ে আকৌ এবাৰ তেওঁক সুধিছিল: আপুনি যাব ওলাল—কেতিয়াবা ক'ৰবাত আপোনাক দেখিলে আমি কেনেকৈ চিনি পাম? ক'ত থাকিব আপুনি?

বৃদ্ধ শিল্পীৰ ওঁঠৰ প্ৰান্তত হাঁহিৰ ৰেখা বিৰিঙি উঠিল: কিয় তোমালোকৰ মনত নাই শিল্পী প্ৰেমী ৰাইকৃষ্ণ দাসে মোগল শৈলীৰ শেষ প্ৰতিনিধি ওস্তাদ ৰামপ্ৰসাদজীৰ বিষয়ে কোৱা কথা "তেওঁৰ প্ৰকৃতি সাধু, বিচাৰৰ দৃষ্টিকোণ দাৰ্শনিক আৰু কলাত্মক অৰ্থাৎ তাত্বিক। কাৰণ কোনো বস্তুৰ বাস্তৱিক অনুভৱ কৰা মানেই তাৰ সৌন্দৰ্য অনুভৱ কৰা হয়, সেয়ে দাৰ্শনিক আৰু কলাকাৰৰ বিচাৰত তাত্বিক একতা আছে। তেওঁৰ উক্তি সুস্থ মাৰ্মিক। ভগৱানে যি ৰস হাতত দিছিল কণ্ঠ আৰু দেহতো দিছিল। সময়ৰ ফেৰত তেওঁ এক দৰিদ্ৰ শিল্পীজীৱন কটাব-কৰিবলগীয়া হৈছে।" মনত নাই তোমা-লোকৰ ৰাইকৃষ্ণ দাসে কোৱা সেই কথা। শুনা, ৰাইকৃষ্ণ মহাশয়ে কাশীৰ অখ্যাত গলিত মোগল শৈলীৰ শেষ প্ৰতিনিধিক চিনি পোৱাৰ এটাই উপায় দিছিল। দাড়ি-গোফে ভোবাকাৰ মুখ তেওঁৰ, অপৰিচ্ছন্ন ধুতি কিন্তু বুকুত এখন পৰিষ্কাৰ 'দোপাট্টা'। ভৰিত জোতা থাকক নেথাকক তোমালোকে ঠিক চিনি পাবা তেওঁ মোগল শৈলীৰ শেষ প্ৰতিনিধি ৰামপ্ৰসাদজী · তোমালোকে মোক কেনেদৰে চিনি পাবা সুধিছা·· মইতো কোনো মহান শৈলীৰ শেষ প্ৰতিনিধি নহওঁ, মই ব্ৰজৰ প্ৰাচীন অষ্টধাতু শিল্পীসকলৰ এক অপদাৰ্থ বংশধৰ। বুকুৰ পৰিষ্কাৰ 'দোপাট্টা'খনৰ বাবে ৰামপ্ৰসাদজীক চিনি উলিয়াবলৈ সহজ হৈছিল···মোৰ বুকুত অৱশ্যে এই উত্তৰীয় দেখা নোপোৱা··· মোৰ বুকুখন তোমালোকে ঠিক এতিয়া দেখাৰ দৰেই উদং হৈ থকাই

দেখিবা। শিল্পী ৰামপ্ৰসাদজীৰ মূৰতো হেনো এটা গান্ধী টুপী দেখা গৈছিল···শুনা তোমালোকে মোৰ মূৰতো ঠিক এনে ধৰণৰ এটা গান্ধী টুপী দেখা পাবা।

পৰিষ্কাৰ গান্ধী টুপী !!

সকলোৱে এইবাৰ সমস্বৰে চিঞৰি উঠিল : গান্ধী টুপী ?

: এৰা মোৰো ভৰিত জোতা থাকক-নেথাকক কিন্তু এটা পৰিষ্কাৰ গান্ধী টুপী মোৰ মূৰত সদায়ে থাকিব।

আকৌ এবাৰ যেন সকলোৱে চিঞৰি উঠিল : গান্ধী টুপী ?

: এৰা গান্ধী টুপী !!

এটা পৰিষ্কাৰ গান্ধী টুপী !!

---